**Vaisnav Bhaktibad** : Sankardev Aru Madhabdevar Sahitya-Alosana, A critical study of Vaisnava Bhaktism, Sankardeva and Madhabadevas' literature, written by Kusum Chandra Sarma M.A.B.T., retired subject teacher, Nalbari.

প্ৰকাশিকা ঃ শ্ৰীমতী কামেশ্বৰী দেৱী
"হৈমন্তিকা" জাপাৰকুছি, নলবাৰী

প্ৰথম প্ৰকাশ ঃ অক্টোবৰ ২০০৪

মূল্য ঃ ১০০.০০ টকা

মুদ্ৰণ ঃ শৰাইঘাট ফটো টাইপছ
উদ্যোগপাম, বামুণীমৈদাম,
গুৱাহাটী - ৭৮১০২১

# উৎসৰ্গা

পূজনীয় পিতৃ স্বৰ্গীয় হৰপতি দেৱশৰ্মা
আৰু পূজনীয়া মাতৃ
স্বৰ্গীয়া গোসাঁইপ্ৰিয়া দেৱীৰ
পৱিত্ৰ স্মৃতিৰ
উদ্দেশ্যে উৎসৰ্গিত।

# আগকথা

সাহিত্য হৈছে বহুমুখী। ইয়াৰ আলোচনা আৰু অধ্যয়ন ভিন্ ভিন্ দৃষ্টিৰে কৰিব পাৰি। এখন সমাজ অথবা এটা জাতিৰ প্ৰগতিৰ উত্তৰণত উন্নত মানৰ সাহিত্যাই সততে সহায় কৰিব পাৰে। এই সন্দৰ্ভতে উল্লেখ কৰি থ'ব পাৰি যে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত সমাজৰো প্ৰভাব পৰে। কিন্তু দেখা যায় যে সময়ে সময়ে সমাজৰ প্ৰতিকূল পৰিবেশতো কিছুমান "স্থিত প্ৰজ্ঞ কৰ্মবীৰ" ব্যক্তিয়ে তেওঁলোকৰ নিজৰ চেষ্টা সাধনাৰে সাহিত্য সৃষ্টিৰ জৰিয়তে সমাজক বিপদৰ পৰা ৰক্ষা কৰি স্বকীয় বৈশিষ্ট্যেৰে জাতি গঠন আৰু উন্নতি ঘটাবলৈ আগবাঢ়ি আহে। প্ৰস্তাবিত গ্ৰন্থখনৰ "আৰম্ভণি" শিতানত অসমৰ প্ৰাচীন কবি সাহিত্যিকসকলৰ সমাজৰ প্ৰতি থকা দায়বদ্ধতা সম্পৰ্কে লিখা প্ৰসংগতে উল্লেখ কৰা হৈছে অসমৰ বৈষ্ণৱ যুগৰ কবি সাহিত্যিকসকলে এই ক্ষেত্ৰত আগবঢ়োৱা প্ৰভুত বৰঙণিৰ কথা। এই যুগত সৃষ্টি হোৱা সাহিত্য অকল সংখ্যাৰ ফালৰ পৰাই সৰহ নাছিল, সেই গ্ৰন্থসমূহ উচ্চমানবিশিষ্টও আছিল। সেই কাৰণেই অসমৰ বৈষ্ণৱ যুগক অসমীয়া সাহিত্যৰ সোণালী যুগ বুলি কোৱাৰ থল আছে। এই সন্দৰ্ভতে আৰু উল্লেখ কৰিব পাৰি যে বৈষ্ণৱ যুগক "শঙ্কৰী যুগ" বুলিও আখ্যা দিয়া হৈছে। ইয়াৰ কাৰণ হিচাবে ক'ব পাৰি যে বৈষ্ণৱ যুগ সৃষ্টিৰ ক্ষেত্ৰত মহাপুৰুষ শঙ্কৰদেৱেই আছিল প্ৰথম আৰু প্ৰধান ব্যক্তি। তেওঁৰ নেতৃত্বতে অসমত সৰ্বভাৰতীয় বৈষ্ণৱ আন্দোলনৰ প্ৰবেশ আৰু প্ৰসাৰ ঘটিছিল (ইয়াক নববৈষ্ণৱ আন্দোলন বুলিও কোৱা হয়। কাৰণ শঙ্কৰদেৱৰ আগৰপৰাই অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰভাব পৰিছিল আৰু গ্ৰন্থও ৰচনা হৈছিল।) অসমত শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবৰ নিমিত্তে সৃষ্টি কৰিছিল ভালেমান উচ্চমানবিশিষ্ট সাহিত্যৰ। তেওঁৰ সাহিত্য সৃষ্টিয়ে প্ৰেৰণা যোগাইছিল তেওঁৰ পৰবৰ্তী কবি-সাহিত্যিকসকলক। শঙ্কৰদেৱৰ প্ৰিয় শিষ্য মাধবদেৱেও সততে লিখাৰ প্ৰেৰণা পাইছিল গুৰু শঙ্কৰৰ পৰা। অসমীয়া সমাজ জীৱনত শঙ্কৰদেৱ আৰু মাধবদেৱৰ লিখনিৰ অথবা আদৰ্শৰ প্ৰভাব যে সৰ্বত্ৰ পৰিছিল সেয়া অনস্বীকাৰ্য। বিশেষকৈ কীৰ্ত্তন, দশম, বৰগীত আৰু নামঘোষাৰ আদৰ সৰ্বস্তৰৰ লোকৰ মাজত আছিল আৰু আজিও আছে। গতিকে এনে ধৰণৰ উদ্দেশ্য আগত ৰাখিয়ে শঙ্কৰদেৱ আৰু মাধবদেৱৰ সাহিত্যৰাজিৰ আলোচনা কৰিব বিচৰা হৈছে প্ৰস্তাবিত গ্ৰন্থখনৰ মাজেৰে। গ্ৰন্থখনৰ মূল লক্ষ্য হৈছে তেওঁলোকৰ ৰচনাসমূহৰ মাজেৰে প্ৰকাশ পোৱা সাহিত্যৰ ভিন্ ভিন্ দিশ আৰু বৈষ্ণৱ ভক্তিবাদ উন্মোচিত কৰা। আলোচনাৰ সময়ত সততে দৃষ্টি ৰখা হৈছে যাতে এই আলোচনাই ন শিকাৰু বিশেষকৈ মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ শৈক্ষিক দিশত সহায় কৰিব পাৰে। দুয়োগৰাকী বৈষ্ণৱ সন্তৰ ৰচনাৱলীৰ বিষয়বস্তুৰ মাজেৰে বিবৃত হোৱা কথাৰ প্ৰতি সকলো সময়তে দৃষ্টি ৰাখি আলোচনাৰ প্ৰয়াস কৰা হৈছে। প্ৰসংগক্ৰমে উল্লেখ কৰি থোৱাটো ভাল হ'ব যে প্ৰস্তাবিত গ্ৰন্থখনত শঙ্কৰদেৱ আৰু মাধবদেৱৰ সকলোবোৰ সাহিত্য গ্ৰন্থকে আলোচনাত ঠাই দিয়া হোৱা নাই অথবা আলোচিত গ্ৰন্থসমূহৰো সকলো দিশ সামৰিব পৰা বুলি ক'ব নোৱাৰি। কিন্তু তথাপি এই কথা ক'ব পাৰি যে

যিখিনি আলোচনা কৰা হৈছে, সেই আলোচনাৰ মাজেৰে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সাহিত্যৰাজিৰ যথাসম্ভৱ এক সম্যক ছবি আৰু সাহিত্য সৃষ্টিৰ মূল লক্ষ্য আৰু আদৰ্শ আৰু সাহিত্যৰ মূল বৈশিষ্ট্যসমূহ প্ৰকাশ কৰিবলৈ চেষ্টা কৰা হৈছে।

প্ৰস্তাবিত গ্ৰন্থ "বৈষ্ণৱ ভক্তিবাদ ঃ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সাহিত্য-আলোচনা" তিনিটা ভাগত ভাগ কৰা হৈছে। ইয়াৰ প্ৰথম ভাগত ঠাই দিয়া হৈছে সৰ্বভাৰতীয় বৈষ্ণৱ আন্দোলন, বৈষ্ণৱ ভক্তিবাদ আৰু অসমত ইয়াৰ প্ৰবেশ আৰু প্ৰভাব। দ্বিতীয়ভাগত ঠাই দিয়া হৈছে শঙ্কৰদেৱৰ সাহিত্যৰ চমু পৰিচয় আৰু আলোচনা আৰু তৃতীয় ভাগত ঠাই দিয়া হৈছে মাধৱদেৱৰ সাহিত্যৰ পৰিচয় আৰু আলোচনা।

ওপৰতেই উল্লেখ কৰি অহা হৈছে যে শঙ্কৰদেৱ, মাধৱদেৱ প্ৰমুখ্যে বৈষ্ণৱ সন্তসকলৰ সাহিত্যৰ প্ৰভাব অসমৰ সমাজ জীৱনত সৰ্বত্ৰ বিদ্যমান। আমিও সৰুৰে পৰা সেই প্ৰভাবেৰে প্ৰভাবান্বিত। ক'বলৈ গ'লে বহুদিনৰ আগৰপৰা যুগুতাই থকা প্ৰস্তাবিত গ্ৰন্থখন লিখাৰ মূল প্ৰেৰণাও সেই প্ৰভাবৰ ফলতেই লাভ কৰা হৈছে। তদুপৰি আমাৰ পৰিয়াল, ইষ্টমিত্ৰ, শিক্ষাগুৰু, বন্ধু-বান্ধৱ, প্ৰাক্তন ছাত্ৰ প্ৰমুখ্যে আমাৰ শুভাকাংক্ষীসকলৰ পৰা পোৱা উৎসাহ-উদ্‌গনিয়েও লিখা কৰ্মত প্ৰবৃত্ত হোৱাত আমাক সহায় কৰিছে। এই সদৌজনৰ প্ৰতি আমাৰ কৃতজ্ঞতা প্ৰকাশ কৰিছো। এই সন্দৰ্ভতে কেইগৰাকীমান ব্যক্তিৰ নাম উল্লেখ কৰিবলৈ বিচৰা হৈছে। তেখেতসকল হৈছে বিশিষ্ট লিখক, সমালোচক, অবসৰ প্ৰাপ্ত অধ্যাপক শ্ৰীশশী শৰ্মাদেৱ, মোৰ শিক্ষাগুৰু লিখক, অবসৰ প্ৰাপ্ত অধ্যক্ষ শ্ৰীজগন্নাথ চক্ৰবৰ্ত্তী, গবেষক, আলোচক ড০ হৰিনাথ শৰ্মা দলৈ, বিশিষ্ট সাহিত্যিক অধ্যাপক ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, তেখেতসকলে উৎসাহ যোগোৱাৰ উপৰিও কোনো কোনো ক্ষেত্ৰত দিহা পৰামৰ্শও আগবঢ়াই আহিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন জৱহাৰলাল নেহেৰু অধ্যাপক, বিশিষ্ট গৱেষক, লিখক, আলোচক ড° শৈলেন ভৰালীদেৱে নিজৰ ব্যস্ততাৰ মাজতো আন্তৰিকতাৰে গ্ৰন্থখন পঢ়ি দিহা-পৰামৰ্শ দিয়াৰ উপৰিও এটি অভিমত লিখি দি আমাক কৃতাৰ্থ কৰা কাৰণে তেখেতৰ শলাগ লৈছো। "বৈষ্ণৱ ভক্তিবাদ ঃ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সাহিত্য-আলোচনা" প্ৰকাশ কৰা ক্ষেত্ৰত বিভিন্ন প্ৰকাৰে সহায় কৰিছে পৰিবাৰ শ্ৰীমতী কামেশ্বৰী দেৱী, ডাঙৰ ল'ৰা শ্ৰীমান পঙ্কজ কুমাৰ শৰ্মা, বোৱাৰী শ্ৰীমতী ৰূপলেখা দেৱী, জীয়ৰী শ্ৰীমতী মীৰা দেৱী, শ্ৰীমতী তুলিকা দেৱীয়ে। ছপাৰ কাৰণে উপযোগীকৈ পাণ্ডুলিপি যুগুত কৰি দিছে সৰু ল'ৰা শ্ৰীমান দীপাংকৰ শৰ্মা, জীয়ৰী শ্ৰীমতী গীতিকা দেৱী আৰু ডাঙৰ জোৱাই শ্ৰীবিপুল চন্দ্ৰ ভট্টাচাৰ্যই। প্ৰেছৰ লগত যোগাযোগ ৰক্ষা কৰাৰ উপৰিও মোৰ লগত থাকি বিভিন্ন প্ৰকাৰে সহায় কৰিছে মাজু জোৱাই শ্ৰীঅৱনী মোহন শৰ্মাই। এওঁলোক সকলোটিলৈ মৰম আৰু আশীৰ্বাদ থাকিল।

গ্ৰন্থখন কমদিনৰ ভিতৰতে যত্ন আৰু নিষ্ঠাৰে ছপা কৰি দিয়া বাবে শৰাইঘাট ফটো টাইপছৰ স্বত্বাধিকাৰী বন্ধুবৰ মাননীয় শ্ৰীযোগেশ শৰ্মা প্ৰমুখ্যে প্ৰেছৰ কৰ্মীবৃন্দলৈ ধন্যবাদ জনাইছো।

**শ্ৰীকুসুম চন্দ্ৰ শৰ্মা**

# সূচী-পত্র

## প্ৰথমভাগ



## দ্বিতীয় ভাগ

## তৃতীয় ভাগ

# প্ৰথম ভাগ

## আৰম্ভণি

*পুৰণি অসমীয়া কবি সাহিত্যিকসকলৰ সামাজিক দায়বদ্ধতা*

সাহিত্য আৰু সমাজৰ সম্পৰ্ক নিবিড়। সমাজ হৈছে ব্যক্তিৰ সমষ্টি আৰু সমাজৰ পৰা অভিজ্ঞতা লাভ কৰি সেই ব্যক্তিয়ে সৃষ্টি কৰে সাহিত্যৰ। সমাজ নহ'লে যিদৰে সাহিত্যৰ সৃষ্টি সম্ভৱ নহয় সেইদৰে সমাজক গতিশীল কৰি প্ৰগতিৰ উত্তৰণত সহায় কৰিব পাৰে সাহিত্যই। সময় বিৱৰ্তনৰ লগে লগে মানুহৰ চিন্তা-চৰ্চা, ভাব, আদৰ্শ আৰু সামাজিক মূল্যবোধৰ পৰিৱৰ্তন হয়। সেইদৰে মাজে-সময়ে বিভিন্ন কাৰণত উদ্ভৱ হোৱা ধুমুহা বিপৰ্যয়ৰ সম্মুখীন হৈ সমাজৰ গতিৰুদ্ধ হৈ যায় আৰু স্থবিৰ হৈ যায় সামাজিক মূল্যবোধ। সেই অথৰ্ব সমাজক উপযুক্ত পৰিবেশ সৃষ্টি কৰি গতিশীল কৰি তুলিবলৈ প্ৰয়োজন হয় উপযুক্ত সাহিত্যৰ। গতিকে সাহিত্যিকসকলৰ সমাজৰ প্ৰতি দায়বদ্ধতা আছে। তেওঁলোকে তেনেধৰণৰ সাহিত্য সৃষ্টি কৰিব লাগিব যি সাহিত্যই সমাজৰ সকলো শ্ৰেণীৰ লোকৰ বোধগম্য হৈ অন্তৰ স্পৰ্শ কৰিব পাৰে আৰু সকলোৰে উপকাৰ সাধন কৰিব পাৰে। পুৰণি অসমীয়া কবি সাহিত্যকসকলৰো উদ্দেশ্য আছিল তেনেকুৱাই। নৈতিক, আধ্যাত্মিক, ব্যৱহাৰিক আদি বিভিন্ন দিশ সামৰা লোক শিক্ষা দি সমাজক শুদ্ধপথৰ সন্ধান দিয়াই আছিল তেওঁলোকৰ মুখ্য উদ্দেশ্য আৰু ইয়াৰ বাবে তেওঁলোকে ব্যৱহাৰ কৰিছিল সকলোৱে বুজি পোৱা ভাষা আৰু লোকসমাজৰ চিনাকি পৰিবেশ আৰু পটভূমিত ৰচনা কৰিছিল সাহিত্য। এই প্ৰসঙ্গতে কবি মাধৱ কন্দলিৰ এটি মন্তব্য উল্লেখ কৰাটো ভাল হ'ব।

কবিৰাজ কন্দলিযে আমাকেসে বুলি কয়
কৰিলোহো সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে
বৰাহ ৰজাৰ অনুৰোধে।।

\+ + + + + +

কবিসব নিবন্ধয় লোক ব্যৱহাৰে।
ক'তো নিজাকতো লম্ভা কথা অনুসাৰে।। [ ৰামায়ণ ]

সেইদৰে বৈষ্ণৱ যুগৰ কবি ভাগৱত ভট্টাচাৰ্য্য, অনন্ত কন্দলিয়েও কৈছিল—

শ্লোক সংস্কৃতে আমি লিখিবাক ভালজানি
তথাপি কৰিবো পদবন্ধ।
স্ত্ৰীশূদ্ৰ আদি য'ত জানোক পৰমতত্ত্ব
শ্ৰৱণত মিলয় আনন্দ।। [ ভাগৱত ]

পুৰণি কবি সাহিত্যিকসকলৰ বহল পৰিসীমাৰ ভিতৰৰে বৈষ্ণৱ কবি সাহিত্যিকসকলে শঙ্কৰদেৱৰ নেতৃত্বত বৈষ্ণৱধৰ্ম প্ৰচাৰ তথা সমাজ-সংস্কাৰৰ ক্ষেত্ৰত অস্ত্ৰ বা আহিলাৰূপে ব্যৱহাৰ কৰিছিল তেওঁলোকৰ সাহিত্যক। সমাজৰ সন্ধিক্ষণৰ সময়ত তেওঁলোকৰ সাহিত্য ৰচিত হৈছিল। শঙ্কৰদেৱৰ নেতৃত্বত তেওঁলোকে সাহিত্য কৰ্মেৰে সামাজিক মূল্যবোধৰ পৰিৱৰ্তন সাধন কৰি সমাজ জীৱনৰ নতুনকৈ মূল্যায়ন কৰা আৰু ঐতিহাসিক পৰিৱৰ্তনৰ বাবে উপযুক্ত পৰিবেশ সৃষ্টি কৰিবলৈ যত্ন কৰিছিল আৰু সফলো হৈছিল। এই সম্পৰ্কত ড° বাণীকান্ত কাকতিয়ে কৰা মন্তব্য মন কৰিবলগীয়া। "পুৰণি সাহিত্য আমাৰ অসমীয়া জাতীয় জীৱনৰ এটি সংকটময় সন্ধিক্ষণত ৰচিত হয়। পুৰণি কামৰূপ ৰাজ্য তেতিয়া নানান দেশী-বিদেশী, সৈন্য-সামন্তৰ দ্বাৰা আক্ৰান্ত হৈ জুৰুলা হয়। পুবে নৱাগত আহোমসকলে, পশ্চিমে কোচৰজাসকলে, মাজেৰে বিক্ৰমী মোগল সেনাবাহিনীয়ে সোমাই কামৰূপ ৰাজ্য বহুধা বিভক্ত কৰি জাতীয় জীৱন সমূলে উৎপাটন কৰিবৰ সূত্ৰপাত কৰে। জাতীয় জীৱনৰ এই অৱস্থাত বৈষ্ণৱ সাহিত্যই নতুন প্ৰাণৰ সঞ্চাৰ কৰি সৰ্বভাৰতীয়, মহাজাতীয় চৈতন্যৰ লগত ইয়াৰ ঐক্যভাৱ স্থাপন কৰে। দেশী-বিদেশী সৈন্যৰ জয়-পৰাজয়ৰ প্ৰলয়ঙ্কৰী ৰণহুংকাৰৰ মাজতো অসমীয়া জাতীয় জীৱনে নৱপ্ৰতিষ্ঠিত বৈষ্ণৱ সত্ৰবোৰক কেন্দ্ৰকৰি 'নিবাত নিষ্কম্পইব প্ৰদীপ ঃ"— বতাহ্ নলগা, নকঁপা চাকিটিৰ দৰে জ্বলি থাকিল। বৈষ্ণৱ কবিসকলে অসমীয়া ভাষাক আশ্ৰয় কৰি সাৰ্বজনীন শিক্ষা দিয়াৰ ব্যৱস্থা কৰাত অসমীয়া ভাষা জাতীয় ভাষা হিচাপে পৰিগণিত হ'ল।"[১]

আন্দোলন অৰ্থাৎ জাগৰণ অবিহনে সামাজিক মূল্যবোধৰ পৰিৱৰ্তন সাধন কৰি সমাজক প্ৰগতিৰ উত্তৰণৰ পথত আগুৱাই নিয়াটো কঠিন কাম। শঙ্কৰদেৱৰ সময়ত অগাপিছাকৈ গোটেই ভাৰতবৰ্ষতে বৈষ্ণৱ আন্দোলন গঢ়ি উঠিছিল। বৈষ্ণৱ আন্দোলনক ভক্তি আন্দোলন বুলিও কোৱা হয়। কাৰণ ভক্তিবাদ পূৰ্ণ প্ৰস্ফুতিত হৈ উঠে বৈষ্ণৱ ধৰ্মত, বিশেষকৈ শ্ৰীমদ্ভাগৱত পুৰাণক কেন্দ্ৰকৰি। ভক্তিমাৰ্গৰ মূল আদৰ্শ হৈছে ভক্তিৰ জৰিয়তে ঈশ্বৰক পাব পাৰি আৰু মুক্তিলাভ কৰিব পাৰি। অসমত শঙ্কৰদেৱৰ নেতৃত্বত উজ্জীৱিত, প্ৰচাৰিত আৰু প্ৰসাৰিত বৈষ্ণৱ ভক্তিধৰ্মৰ যি জাগৰণ বা আন্দোলন গঢ়ি উঠিছিল তাৰ পটভূমি আৰু পৰিক্ৰমাৰ বিষয়ে সাধাৰণ আভাস থকাটো ভাল হ'ব। আৰু যেহেতুকে সেই আন্দোলনো সৰ্বভাৰতীয়

বৈষ্ণৱ আন্দোলনৰ পৰাই সম্প্ৰসাৰিত হৈছে গতিকে ভাৰতবৰ্ষৰ বৈষ্ণৱ আন্দোলনৰ ইতিহাস জনাটো প্ৰয়োজন হ'ব।

## বৈষ্ণৱ ভক্তি আন্দোলনৰ কাৰণ ঃ

ভাৰতবৰ্ষৰ ইতিহাস সম্পৰ্কে সম্যক আলোচনা হ'বলৈ হ'লে ভাৰতৰ বৈষ্ণৱ বা ভক্তি আন্দোলনৰ ইতিহাসৰ বিৱৰণ অপৰিহাৰ্য হৈ উঠে। প্ৰকৃততে ভাৰতীয় ভক্তি আন্দোলন ভাৰতীয় ৰাজনৈতিক, ধাৰ্মিক আৰু সামাজিক পৰিস্থিতিৰ পৰা উদ্ভৱ হৈছে। ইয়াক এনেভাবেও ক'ব পাৰি যে ভাৰতীয় সমাজৰ বিভিন্ন যুগৰ নানা পৰিস্থিতিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে ভাৰতৰ বিভিন্ন ঠাইত ভক্তি আন্দোলনে সময়ে সময়ে একোটা ৰূপ গ্ৰহণ কৰিছে।

ভাৰতবৰ্ষত দ্বিতীয় শতিকাৰ পৰা ভক্তিকালৰ আগৰ কালছোৱাৰ সাহিত্য হৈছে বৌদ্ধ আৰু জৈন সম্প্ৰদায়ৰ লোকৰ সৃষ্টি। সেই সাহিত্যকসকলে প্ৰথম অবস্থাত অকল সাহিত্য সৃষ্টিতে মনোনিবেশ কৰিছিল যদিও পিছলৈ ধৰ্ম প্ৰচাৰৰ পথত অগ্ৰসৰ হয়। সময়ৰ সোঁতত উক্ত দুয়োধৰ্মৰ অবনতি হ'বলৈ ধৰে। ইফালে কিছুমান শক্তি উপাসক ওলাইছিল যিসকলে নৰবলি পৰ্যন্ত দিছিল। এই সকলোবোৰ কাৰণৰ ফলশ্ৰুতিয়ে হিন্দুসকলৰ মাজত বৈষ্ণৱ ধৰ্মৰ জাগৰণ আনিছিল।

সেই সময়ত বৈদিক ধৰ্মাবলম্বী ব্ৰাহ্মণলোকসকল বেদ, উপনিষদ আদিৰ অধ্যয়ন আৰু যজ্ঞানুষ্ঠানত ব্যস্ত আছিল। জনসাধাৰণৰ লগত তেওঁলোকৰ প্ৰত্যক্ষ সমপৰ্ক নাছিল। আকৌ সৰ্বসাধাৰণ লোকে সংস্কৃত ভাষা ভালদৰে বুজি নোপোৱা কাৰণে বৈদিক প্ৰথাৰে সম্পন্ন কৰা মাঙ্গলিক অনুষ্ঠানৰ প্ৰতি আন্তৰিকতা নোহোৱা হৈ পৰিছিল। তদুপৰি পুৰাণসমূহত থকা নাম-ধৰ্ম সম্পৰ্কীয় কথাৰ ভেটিত প্ৰান্তীয় ভাষাত গীত, পদ ৰচনা হ'বলৈ ধৰে আৰু সাধন পদ্ধতি সহজ হৈ পৰে। পূজা-পাৰ্বণ, ক্ৰিয়া বহুল, ব্যয়বহুল আৰু কঠিন প্ৰণালীৰ; তাৰ তুলনাত ভক্তিমাৰ্গৰ সাধন পদ্ধতি অতি সহজ আৰু সৰল।

খৃষ্টীয় দশম, একাদশ শতিকামানৰ পৰা পালি প্ৰাকৃত অতিক্ৰম কৰি আধুনিক ভাৰতীয় ভাষাসমূহ গঢ় লৈ উঠে। আৰু লাহে লাহে সংস্কৃত ভাষাৰ লগত সৰ্বসাধাৰণৰ পোনপটীয়া যোগসূত্ৰ ক্ষীণ হৈ আহে। লগতে সংস্কৃত ভাষাৰ জ্ঞানো কমি যাবলৈ ধৰে। ইপিনে গীতা, ভাগৱত, মহাভাৰত, ৰামায়ণ প্ৰভৃতি গ্ৰন্থবোৰৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় কথাবোৰ নিজ নিজ অঞ্চলৰ ভাষাত অনুবাদ হ'বলৈ ধৰে; ফলত সাধাৰণ শ্ৰেণীৰ মাজত বৈষ্ণৱ ধৰ্ম সম্পৰ্কে এক জাগৰণ আহি পৰে।

ভাৰতবৰ্ষত দ্বাদশ শতিকামানত মুছলমান সাম্ৰাজ্য স্থাপন হোৱাত ৰাজকীয় প্ৰভাৱত ভালেমান নিম্নশ্ৰেণীৰ হিন্দুৱে ইছলাম ধৰ্মত দীক্ষিত হ'বলৈ ধৰে। ইয়াৰ

গতিৰোধ কৰিবলৈ আৰু নিম্নশ্ৰেণীৰ হিন্দুক প্ৰকৃত মানুহ হিচাপে জীয়াই থাকিবলৈ আৰু আত্মিক বিকাশৰ সুযোগ দিবলৈ আধ্যাত্মিক আৰু ধাৰ্মিক উৎকৰ্ষ সাধনৰ পথ মুকলি কৰি দিয়াৰ আৱশ্যক হৈ পৰিছিল। সেইদৰে ইছলাম ধৰ্মৰ সহজ উপাসনা পদ্ধতিৰ লগত বিশেষ বিৰোধ নথকা পন্থাৰে হিন্দু ধৰ্মক গতিশীল কৰি ৰাখিবলৈ উপায় উদ্ভাৱন কৰাৰ প্ৰয়োজন হৈছিল। গতিকে সকলো শ্ৰেণীৰ হিন্দুকে হিন্দুধৰ্মৰ ভিতৰত ৰাখিবলৈ সমল দিয়া, আনকো হিন্দুধৰ্মত দীক্ষিত হ'বলৈ আকৰ্ষণ কৰা আৰু ইছলাম ধৰ্মৰ লগত বিৰোধ ভাৱ হ্ৰাস কৰা আদি উদ্দেশ্যেৰে ভাৰতবৰ্ষত অতি প্ৰাচীন কালৰপৰাই ক্ষীণকৈ হ'লেও প্ৰবাহিত হৈ থকা বৈষ্ণৱ ভক্তিমাৰ্গক বিস্তাৰিতভাৱে প্ৰৱৰ্তন কৰিবলৈ ধৰ্মসংস্কাৰকামীসকলে মনোনিৱেশ কৰে। উত্তৰ-ভাৰতত বৈষ্ণৱ ভক্তিধৰ্মৰ প্ৰবল প্ৰসাৰৰ সেয়াও আছিল এক উল্লেখযোগ্য কাৰণ। এই ভক্তিমাৰ্গত আগবাঢ়িবলৈ কোনো উচ্চকুলত জন্মলাভ কৰিব নালাগে আৰু পণ্ডিতৰো প্ৰয়োজন নাই; কেৱল বিষ্ণুত অচলা ভক্তি থাকিলেই হ'ল। যাগযজ্ঞ পূজা-পাৰ্বণ নকৰি কেৱল ভগৱানৰ নাম-কীৰ্তন কৰিলেই হয়।

## ভাৰতীয় বৈষ্ণৱ ভক্তি আন্দোলনৰ চমু ইতিহাস ঃ

খৃষ্টীয় পঞ্চদশ শতিকাৰ আশে-পাশে সময়খিনি অসম তথা সমগ্ৰ ভাৰতবৰ্ষৰ কাৰণেই আলোড়নকাৰী আৰু এই আলোড়ন সৃষ্টি কৰিছিল নৱবৈষ্ণৱ ধৰ্মৰ আন্দোলনে। এই আন্দোলনক ভিত্তি কৰি ভাৰতবৰ্ষত ভাষা-সংস্কৃতিৰ বিকাশ হৈছিল; সমাজত সংস্কাৰ ঘটিছিল। উল্লিখিত বৈষ্ণৱ বা ভক্তি আন্দোলনৰ পটভূমি আৰু পৰিক্ৰমাৰ বিষয়ে জানিবলৈ হ'লে প্ৰথমে বৈষ্ণৱ ধৰ্মৰ অভ্যুদয়ৰ আভাস থকাটো প্ৰয়োজন।

বৈষ্ণৱ ধৰ্মৰ আতিগুৰি বিচাৰিবলৈ হ'লে আমি খ্ৰীষ্টপূৰ্ব কেইবা শতিকা আগলৈ উজাই যাব লাগিব। বৈষ্ণৱ ধৰ্মৰ মূল দেৱতা হ'ল বিষ্ণু। আৰু কোনো সময়ত বিষ্ণুৰ বিভিন্ন অভিব্যক্তি নাৰায়ণ, বাসুদেৱ, গোপাল আৰু কৃষ্ণ নামেৰে অভিহিত কৰা হৈছে। "বিষ্ণু" শব্দৰ অৰ্থ হৈছে যি সকলোতে পৰিব্যপ্ত হৈছে; যিয়ে সমগ্ৰ বিশ্বক নিয়ন্ত্ৰণ কৰিছে। বিষ্ণু বৈদিক দেৱতা। ঋক বেদতে বিষ্ণুৰ উল্লেখ পোৱা যায়। ইয়াত আদিত্যৰে এক অভিব্যক্তি বুলি ধৰা হৈছে। কালক্ৰমত সাত্বতসকলৰ বাসুদেৱ, পাঞ্চৰাত্ৰসকলৰ নাৰায়ণ, আভীৰবোৰৰ গোপালকৃষ্ণৰ লগত অভেদ হৈ শ্ৰেষ্ঠ দেৱতাৰূপে প্ৰতিভাত হৈছে। সেইদৰে শ্বেতাশ্বতঃ উপনিষদতেই প্ৰথমে ভক্তিৰ বিষয়ে উল্লেখ পোৱা যায় (যস্যদেৱে পৰাভক্তিৰ্যথা দেৱে তথা গুৰৌ.....)। যদিও ঋকবেদতেই ভক্তিৰ বীজ অংকুৰিত হৈছিল, কালক্ৰমত ব্ৰাহ্মণ, উপনিষদ আদি গ্ৰন্থৰ মাজেৰে আহি পুৰাণৰ যুগত ইয়াৰো শ্ৰীমদ্ভাগৱতত ভক্তিতত্ত্বৰ চৰম উৎকৰ্ষ সাধন হৈছে। খৃষ্টপূৰ্ব ৫ম শতিকামানত

ৰচিত পাণিনিৰ অষ্টাধ্যায়ীৰ পৰা আৰম্ভ কৰি বিভিন্ন যুগৰ নানা সাহিত্য, শাস্ত্ৰ আৰু প্ৰত্নলিপিতে বিষ্ণু নাৰায়ণ আৰু বৈষ্ণৱ সম্প্ৰদায়ৰ উল্লেখ পোৱা যায়। বিষ্ণুৰ মাহাত্ম্য মহাভাৰতৰ অন্তৰ্গত শ্ৰীমদ্ভগৱদ্‌গীতা আৰু শান্তিপৰ্বৰ নাৰায়ণী অধ্যায়ত বিস্তৃতভাৱে বৰ্ণিত হৈছে। পুৰাণৰ যুগত অগ্নি, মৎস্য, কূৰ্ম, বিষ্ণু, পদ্ম, স্কন্দ আৰু বিশেষকৈ ভাগৱত পুৰাণত বিষ্ণুৰ মহিমাসূচক বৰ্ণনা অলেখ পোৱা যায়। বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ আৰু বৈষ্ণৱ ধৰ্মৰ ইতিহাসৰ প্ৰচুৰ সমল মহাভাৰতৰ পাতত সোমাই আছে। পদ্মপুৰাণ আৰু মহাভাৰতৰ অনুশাসন পৰ্বত বৰ্ণিত বিষ্ণুসহস্ৰনাম স্তোত্ৰই বিষ্ণু সম্পৰ্কে সুন্দৰ আভাষ দিয়ে। এইখন পুৰাণতেই বাসুদেৱ কৃষ্ণ নাৰায়ণ বিষ্ণুৰ সৈতে একাকাৰ হৈ পৰে। মহাভাৰতৰ অন্তৰ্গত শ্ৰীমদ্ভগৱদ্‌গীতাত "কৃষ্ণস্তু ভগৱান স্বয়ং" বুলি মানি লোৱা হয়। [ কৃষ্ণ শব্দৰ অৰ্থ হৈছে যিয়ে সকলোৰে ভক্তি আকৰ্ষণ কৰে বা ভক্তিৰ উদ্ৰেক কৰে।] অকল ভক্তিৰ দ্বাৰাই ভগৱান নাৰায়ণ কৃষ্ণৰ অনুগ্ৰহ লাভ কৰিব পাৰি বুলি ইয়াত কোৱা হৈছে। মহাভাৰতৰ পৰা লোৱা সমলৰ ভিত্তিত ৰচিত হোৱা গ্ৰন্থ হৰিবংশতো ওপৰত উল্লিখিত কথাই বিবৃত হৈছে।

খৃষ্টীয় ৩য়-৪ৰ্থ শতিকাত গুপ্তসম্ৰাটসকলে নিজকে পৰম ভট্টাৰক, পৰম ভাগৱত বুলি পৰিচয় দিছিল। গুপ্তসম্ৰাটসকলৰ ৰাজত্ব কালতেই ভাগৱত ধৰ্মৰ প্ৰভূত প্ৰসাৰ আৰু প্ৰচাৰ ঘটিছিল। গুপ্তযুগৰ কালিদাস, ভাস, বিশাখাদত্ত প্ৰমুখ্যে কবি নাট্যকাৰসকলৰ লিখনিত বৈষ্ণৱ ধৰ্মৰ আভাস পোৱা যায়। এই যুগতেই ভাগৱত ধৰ্ম আৰু বৈষ্ণৱ ধৰ্ম এক হৈ পৰিল। খৃষ্টীয় ৪ৰ্থ শতিকাৰ পৰৱৰ্তী বহুতো প্ৰত্নলিপিত বাসুদেৱ, বিষ্ণু আদি বৈষ্ণৱ দেৱতাৰ নাম আৰু প্ৰশস্তি পোৱা যায়।

ভাৰতীয় ভক্তি আন্দোলনৰ আৰম্ভণি দাক্ষিণাত্য বা দ্ৰাবিড় দেশত আৰু তাৰপৰা ক্ৰমে উত্তৰ, পশ্চিম আৰু শেষত পূব-ভাৰত; তেনেকৈ সমগ্ৰ দেশখনত ভক্তি আন্দোলনে বিস্তাৰিত হৈ ভাৰতীয় জাতীয় জীৱনত নৱযুগৰ সূচনা কৰিছে। ভক্তি আন্দোলন অথবা বৈষ্ণৱ ধৰ্মৰ গুৰিত আছে সামাজিক আৰু ধাৰ্মিক পৰিস্থিতিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া [ওপৰতেই আন্দোলনৰ কাৰণসমূহৰ চমু আলোচনা কৰি অহা হৈছে।] তামিল সাহিত্যত খৃষ্টীয় ৬ষ্ঠ শতিকাৰ পৰা ৯ম শতিকালৈকে এই কালছোৱাক ভক্তিৰ কাল বুলি কোৱা হয়। তাৰ আগৰ কালছোৱাক বৌদ্ধ জৈন কাল বুলি কোৱা হয়। সময়ৰ সোঁতত উক্ত দুয়ো ধৰ্মতে অৱনতি ঘটিল। ওপৰত উল্লিখিত ভক্তিৰ কালছোৱাত তামিল দেশৰ বৈষ্ণৱভক্ত কবি আলৱাৰসকলে বৈষ্ণৱ ধৰ্মক অভিনৱভাৱে জনপ্ৰিয় কৰি তোলে। তামিল ভাষাত আলৱাৰ শব্দৰ অৰ্থ হ'ল মগ্ন হোৱা। যিজনে আধ্যাত্মিক জ্ঞান সমুদ্ৰত বুৰ দিছে তেৱেঁই আলৱাৰ। আলৱাৰ বাৰজন আছিল। তেওঁলোক আছিল সগুণ উপাসক। তেওঁলোকৰ হাতত ভগৱানৰ সৈতে প্ৰেমৰ সম্পৰ্ক স্থাপিত হ'ল। কৰ্মকাণ্ডৰ সলনি

ভগৱানৰ নাম স্মৰণৰদ্বাৰা ভগৱদ্ অনুগ্ৰহ প্ৰাপ্তিৰ সম্ভাৱনা দৃঢ় কৰা হ'ল। ভক্তি কোনো জাতি বা সম্প্ৰদায়ৰ সম্পত্তি নহৈ সকলোৰে সম্পত্তি বুলি প্ৰতিষ্ঠিত হ'ল। পিছত নৱধা ভক্তিৰূপে পৰিচিত ভক্তিৰ সকলো অঙ্গ আলোৱাৰসকলৰ দ্বাৰা ৰচিত সাহিত্যত সোমাই আছে। তেওঁলোকৰ সাহিত্য সংগ্ৰহ "নালায়িৰ দিব্য প্ৰৱন্ধম"ৰ প্ৰভাৱ ভাগৱতৰ ওপৰতো পৰিছে। গতিকে ভাৰতীয় ভক্তি আন্দোলনৰ আদিগ্ৰন্থ "নালায়িৰ দিব্য প্ৰবন্ধম" বুলিহে ক'ব লাগিব। কেইবা হাজাৰো ভক্তিপ্ৰধান গীত ৰচনা কৰি থৈ যোৱা আলৱাৰসকলে কৰ্মবহুল আৰু আচাৰ প্ৰধান সাধন পদ্ধতিতকৈ আন্তৰিক আৰু ঐকান্তিক শ্ৰদ্ধা, প্ৰেম আৰু ভক্তিক বেছি মূল্য দি গৈছে। তেওঁলোক বিষ্ণুৰ বিভিন্ন অৱতাৰসমূহ আৰু কৃষ্ণৰ বিশেষকৈ বালকৃষ্ণৰ উপাসক আছিল। তেওঁলোকৰ মতে ভগৱানৰ প্ৰতি পৰম অনুৰক্তিয়ে ভক্তি। সমাজৰ বিভিন্ন সম্প্ৰদায়ৰ (উচ্চ আৰু নিম্ন) আলোৱাৰসকলৰ শেষৰজন ভক্ত হ'ল ৮২৪ খ্ৰীষ্টাব্দত জন্মলাভ কৰা নাথমুনি। নাথমুনিৰ নাতি যমুনাচাৰ্য, তেওঁ আছিল বিশিষ্টাদ্বৈতবাদ সিদ্ধান্তৰ প্ৰৱৰ্তক ৰামানুজাচাৰ্যৰ পৰম গুৰু। ৰামানুজাচাৰ্যৰ আগতে বেদ, উপনিষদ ভিত্তিক হিন্দুধৰ্মক পুনঃ প্ৰতিষ্ঠা কৰোঁতা শঙ্কৰাচাৰ্যই অদ্বৈতবাদ (ব্ৰহ্মসত্য জগত মিথ্যা) প্ৰৱৰ্তন কৰিছিল। ৰামানুজাচাৰ্যৰ সময়তে (দ্বাদশ শতিকা) দাক্ষিণাত্যত ভক্তি আন্দোলনে বিস্তৃতি লাভ কৰে যদিও সেই সময়লৈকে সৰ্বভাৰতীয় জাগৰণ হোৱা নাছিল।

ৰামানুজাচাৰ্যৰ তিৰোধানৰ পিছত দক্ষিণ-ভাৰতৰ বৈষ্ণৱ ভক্তিধৰ্মই উত্তৰ-ভাৰতৰ পিনে গতি কৰিলে। তেৰ শতিকাৰ শেষৰ ফালে হোৱা স্বামী ৰামানন্দৰ আবিৰ্ভাৱ উত্তৰ-ভাৰতৰ ভক্তি আন্দোলনৰ ক্ষেত্ৰত এক উল্লেখযোগ্য ঘটনা। স্বামী ৰামানন্দৰ যত্নতে আৰু তেওঁৰ উদাৰ মতবাদে বৈষ্ণৱ ভক্তিধৰ্ম উত্তৰ-ভাৰতত প্ৰচাৰিত আৰু প্ৰসাৰিত হোৱাত বিশেষ সহায় কৰে। এই প্ৰসঙ্গতে এটি প্ৰাচীন হিন্দী বচন উল্লেখ কৰিব পাৰি। যথা—

ভক্তি দ্ৰাবিড় উপজী
লায়া ৰামানন্দ।
কবীৰণে প্ৰকট কিয়ো
সপ্তদ্বীপ নৌখণ্ড।।[২]

ৰামানন্দৰ উপাস্য দেৱতা বিষ্ণুৰ অৱতাৰ শ্ৰীৰামচন্দ্ৰ। তেওঁ ব্ৰাহ্মণৰ পৰা চণ্ডাললৈকে ৰাম নামৰ উপদেশ দি মানৱ মাত্ৰেই ভক্তিৰ অধিকাৰী বুলি স্বীকাৰ কৰিলে আৰু দেশভেদ, বৰ্ণভেদ, জাতিভেদ আদিৰ বিচাৰ ভক্তিমাৰ্গৰ পৰা আতৰালে। ৰামানন্দৰ দ্বাৰা প্ৰচাৰিত ৰামভক্তিয়ে পিছলৈ দুটা প্ৰধান শাখাত পৰিণত হ'ল। এটা কবিৰ দাস প্ৰচাৰিত নিৰ্গুণ ভক্তিধাৰা, আনটো ভক্ত শিৰোমণি তুলসীদাস প্ৰচাৰিত সগুণ ভক্তিধাৰ। এই দুজন মহাত্মাই ৰামভক্তিধাৰা বোৱাই

সন্তগুলোকৰ অন্তৰ শান্ত কৰিলে। তেওঁলোকৰ ৰচনাই হিন্দীভাষা আৰু সাহিত্যক উচ্চস্থানলৈ লৈ গ'ল। নিৰ্গুণ উপাসক কবীৰ দাস সত্য, অহিংসা আৰু দয়াৰ উপাসক আৰু প্ৰচাৰক আছিল। ধৰ্ম বিষয়ত হোৱা কাজিয়া চিৰদিনৰ বাবে নাশ কৰাৰ মানসেৰ হিন্দু আৰু মুছলমানক প্ৰেমৰ একেটা বাটেৰে লৈ যাবলৈ বিচাৰিলে কবীৰ দাসে। তেওঁৰ "প্ৰেম আৰু ভক্তিৰ গীতসমূহ হিন্দু, মুছলমান আৰু আন সাধাৰণ ভাৰতীয় মানুহৰ ধৰ্মীয় অনুভূতিৰ গভীৰ সুৰৰ এক ঐক্যতান আছিল।[৩]

সগুণোপাসক তুলসীদাসৰ ৰাম পৰমব্ৰহ্ম, নিৰঞ্জন, নিৰ্গুণ আদি অন্তৰ্হিত। তথাপি তেওঁ ভক্তৰ হিতৰ কাৰণে নৰৰূপ ধাৰণ কৰে। তুলসীদাসৰ ৰচিত অমৰগ্ৰন্থ, ৰামচৰিত মানসত আদৰ্শ সমাজৰ এনে চিত্ৰ অঙ্কন কৰিছে য'ত সমাজৰ প্ৰত্যেক ব্যক্তিয়ে নিজৰ কাৰণে পথৰ নিৰ্দেশ পাব পাৰে। সেইদৰে বল্লভাচাৰ্য, সুৰদাস, মীৰাবাঈ প্ৰমুখ্যে সন্তসকলে মথুৰা, বৃন্দাবন, গুজৰাট প্ৰভৃতি ঠাই সামৰি পশ্চিম আৰু উত্তৰ-ভাৰতত বৈষ্ণৱ ভক্তিধৰ্ম প্ৰচাৰ কৰে। বল্লভাচাৰ্যৰ মত অনুসৰি ব্ৰহ্ম সৎ, চিৎ আৰু আনন্দস্বৰূপ। বল্লভ সম্প্ৰদায়ৰ মত অনুসৰি শ্ৰীকৃষ্ণই পূৰ্ণানন্দ স্বৰূপ পুৰোষোত্তম পৰমব্ৰহ্ম। বল্লভাচাৰ্যই নবধা ভক্তিক স্বীকাৰ কৰে যদিও তাৰ ভিতৰত আত্মনিবেদন, আত্মসমৰ্পণ শৰণাগতি বা অনন্য ভক্তিকহে মহত্ব দিছে। তেওঁৰ মতৰ মন্ত্ৰ হৈছে "শ্ৰীকৃষ্ণঃ শৰণং মম"। বল্লভাচাৰ্যৰ প্ৰেৰণাতে ব্ৰজভাষাত বিশিষ্ট ভক্তি-সহিত্যৰ সৃষ্টি হৈছে। বল্লভাচাৰ্যৰ অনুগামী সুৰদাসে প্ৰধানকৈ ব্ৰজৰ কথিত ভাষাৰে ভক্তিমূলক গীত ৰচনা কৰিছিল। তেওঁৰ অমৰগ্ৰন্থ "সুৰসাগৰ"। সুৰদাসৰ ৰচনাত বিশেষকৈ শ্ৰীকৃষ্ণৰ চিৰশিশু ৰূপ প্ৰকট হৈছে। মাৰৱাৰী আৰু ব্ৰজভাষা মিশ্ৰিত ভাষা এটাত মীৰাবাঈয়ে গীত ৰচনা কৰিছিল। মীৰাবাঈ ধৰ্ম প্ৰচাৰিকা নাছিল যদিও ভাৰতীয় ভক্তি-সাহিত্যত মীৰাবাঈৰ ভজনবোৰে এক বিশিষ্ট স্থান লাভ কৰিছে। ওপৰত উল্লেখ কৰা সন্তসকল পঞ্চদশ শতিকাৰ শেষৰ ফালৰ আৰু তেওঁলোকে যোল শতিকাৰ আদিভাগলৈ ভক্তি-আন্দোলনত অৱদান যোগায়। ইয়াৰ পিছতে ভক্তি-আন্দোলনে পূবভাৰতৰ পিনে গতি কৰে আৰু বঙ্গদেশৰ মাজেৰে গৈ অসমত প্ৰবেশ কৰে। বঙ্গদেশ নবদ্বীপত ১৪৮৫ চনত ব্ৰাহ্মণ পৰিয়ালত জন্মলাভ কৰা চৈতন্য দেৱৰ নেতৃত্বত বৈষ্ণৱ ভক্তি-আন্দোলনে প্ৰসাৰতা লাভ কৰে। চৈতন্য দেৱৰ আগতে বঙ্গদেশত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ নথকা নহয়। সেন বংশীয় ৰজাসকলৰ দিনত ৰচিত হোৱা জয়দেৱৰ (ভাগৱত পুৰাণক ভিত্তি কৰি লিখা) "গীতগোবিন্দ" কবিতা পুথিখনে সেই বিষয়ে জানিবলৈ দিয়ে। কিন্তু চৈতন্য দেৱৰ সময়তহে সমাজত বৈপ্লৱিক পৰিবৰ্তনৰ সূচনা হয়। চৈতন্যদেৱৰ উপাস্য দেৱতা শ্ৰীকৃষ্ণ আৰু নাম-কীৰ্তনেই আছিল ভক্তি প্ৰকাশৰ উপায়। ভগৱানৰ চকুত সকলো সমান। ভগৱানৰ ভক্তিত জাতপাতৰ বিচাৰ নাই। চৈতন্য দেৱৰ জীৱনকালতে নবদ্বীপ আৰু বৃন্দাবনত তেওঁৰ ভক্তসকলৰ দুটা দল

গঢ়ি উঠিছিল। চৈতন্যদেৱে ধৰ্ম প্ৰচাৰৰ বাবে নিজে কোনো গ্ৰন্থ বা ভাষ্য ৰচনা কৰা নাছিল। তেওঁৰ শিষ্য-প্ৰশিষ্যসকলেহে বহুতো মূল্যবান ধৰ্মীয় গ্ৰন্থ ৰচনা কৰিছে; যিবোৰে ধৰ্ম প্ৰচাৰৰ লগে লগে সাহিত্য-সঙ্গীত আৰু নাটকতো নৱযুগৰ সূচনা কৰি মধ্যযুগীয় বঙালী সাহিত্য চহকী কৰি তুলিলে। চৈতন্যদেৱে ভগৱদ্ ভক্তিৰ দুৱাৰ সমাজৰ সকলো শ্ৰেণীৰ লোকৰ বাবে মুকলি কৰি দিলে।

## অসমৰ ভক্তি আন্দোলন আৰু শঙ্কৰদেৱৰ অৱদান ঃ

ওপৰৰ আলোচনাৰ পৰা সিদ্ধান্তলৈ আহিব পাৰি যে শঙ্কৰদেৱৰ নেতৃত্বত গঢ়ি উঠা বৈষ্ণৱ ভক্তি-আন্দোলনৰ পটভূমি আছিল সৰ্বভাৰতীয়। শঙ্কৰদেৱে বাৰ বছৰ কাল ভাৰতবৰ্ষৰ বিভিন্ন ঠাই, বিভিন্ন তীৰ্থ দৰ্শন আৰু বৈষ্ণৱ সন্ত-মহন্তসকলৰ লগত মত বিনিময় কৰি যি ব্যাপক অভিজ্ঞতা লাভ কৰিছিল তাৰ ফলশ্ৰুতিতেই সমাজত ঐক্য সংহতি স্থাপন কৰি শান্তি আৰু প্ৰগতিৰ পৰিৱেশ গঢ়ি তুলিবলৈ গোটেই ভাৰতবৰ্ষক প্লাবিত কৰা বৈষ্ণৱ ভক্তি-আন্দোলনৰ সোঁত অসমত বোঁৱাই দি নৱজাগৰণৰ সৃষ্টি কৰিছিল। অসমতো সৰ্বভাৰতীয় ভক্তিধৰ্মৰ মূল উপাস্য দেৱতা বিষ্ণু আৰু এই সগুণ ব্ৰহ্ম বিষ্ণুৱে কৃষ্ণ, নাৰায়ণ, ৰাম, হৰি, গোবিন্দ, মাধৱ ইত্যাদি ৰূপত প্ৰতিভাত হৈছে। ভাৰতীয় অন্যান্য বৈষ্ণৱ সন্তমহন্তসকলৰ দৰে শঙ্কৰদেৱেও হৰিনামৰ মহিমা উপলব্ধি কৰি হৰিনামৰ শ্ৰেষ্ঠত্ব নিৰূপণ কৰিছে "কৰিও হৰিৰ চৰণে ৰতি। কলিত হৰিৰ নামেসে গতি।।" (নাম অপৰাধ)

শঙ্কৰদেৱৰ পূৰ্বত অসমদেশখন সাহিত্য-সংস্কৃতি, কলা সকলো দিশতে উন্নত থকাৰ দৰে বৈষ্ণৱ ধৰ্মৰ প্ৰবাহো প্ৰাচীন কালৰে পৰাই অসমত চলি আছিল। সঠিক সময় নিৰূপণ কৰিব নোৱাৰিলেও খৃষ্টীয় ৪ৰ্থ, ৫ম শতিকামানৰ পৰাই ই গজালি মেলিছিল বুলি কোঁৱাৰ থল আছে। আদি গুপ্তযুগৰ অন্যান্য প্ৰভাৱৰ লগতে ভাগৱত ধৰ্ময়ো অসমত প্ৰৱেশ কৰিছিল। ৭ম শতিকাৰ ভাস্কৰ বৰ্মাৰ আজোককাক ৬ষ্ঠ শতিকাৰ মহাভূতি বৰ্মাইয়ো নিজকে পৰম ভাগৱত বুলি শিলালিপিত ঘোষণা কৰিছিল। মহাভাৰত ব্ৰহ্মপুৰাণ আদিয়েও প্ৰাগজ্যোতিষপুৰত বিষ্ণুৰ উপস্থিতিৰ সম্ভেদ দিয়ে। মন কৰিবলগীয়া কথা যে কামৰূপত ৰচিত শাক্ত সাহিত্য কালিকাপুৰাণে অসমত ১২ শতাব্দিলৈ বৈষ্ণৱ ধৰ্মৰ পয়োভৰ আছিল বুলি সাক্ষ্য দিয়ে। পুৰাণখন আৰম্ভ হৈছে বিষ্ণু বন্দনাৰে। ১৩ শতিকালৈ অসমত পাঞ্চৰাত্ৰ সম্পন্ন ভাগৱত ধৰ্মই প্ৰাধান্য লাভ কৰিছিল। অসমৰ প্ৰথম স্তৰৰ বৈষ্ণৱ সাধনা প্ৰধানকৈ মূৰ্তিপৰায়ণ আৰু পূজা-প্ৰপঞ্চৰে সমৃদ্ধ আছিল। সেইকথা শঙ্কৰদেৱে কীৰ্তনপুথিৰ অন্তৰ্গত "অৱতাৰ বৰ্ণনা" আৰু "ওৰেষা বৰ্ণন"ত উল্লেখ কৰিছে। ভাৰতবৰ্ষৰ অন্যান্য ঠাইত ১২ শতিকামানৰ পৰাই আবেগময়ী ভক্তিয়ে

খোপনি ল'বলৈ ধৰিছিল যদিও অসমত তেতিয়াও কোনো জাগৰণ হোৱা নাছিল। কাৰণ তেতিয়ালৈ প্ৰেমময়ী ভক্তিৰ পৰম আশ্ৰয় লীলা পুৰুষ শ্ৰীকৃষ্ণই বৈষ্ণৱ সন্তসকলৰ পৰম উপাস্য দেৱতা হিচাপে স্থান লাভ কৰিব পৰা নাছিল। ১৫ শতিকাৰ শেষৰ ফালেহে শঙ্কৰদেৱে ওপৰত উল্লেখ কৰি অহা সৰ্বভাৰতীয় বৈষ্ণৱ আন্দোলনৰ সৈতে যোগসূত্ৰ স্থাপন কৰি অসমত নৱজাগৰণেৰে নববৈষ্ণৱ ধৰ্ম অথবা ভক্তিধৰ্মৰ সোঁত বোৱাই দিলে। মাধৱদেৱৰ ভাষাত "শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা বহে ব্ৰহ্মাণ্ডক ভেদি।" শঙ্কৰদেৱৰ সময়তে ৰাজনৈতিক কাৰণত অসমৰ সামাজিক অৱস্থাই শোচনীয় ৰূপ লয়। নানা উপভাষা, নানা ধৰ্ম, নানা আচাৰ পদ্ধতিৰ খেলিমেলিত এক বিশৃংখল অৱস্থাৰ সৃষ্টি হৈছিল। জনসাধাৰণৰ সমুখত সহজে আচৰণীয় এটা সুস্থ ধৰ্মীয় আদৰ্শ নথকাত প্ৰবৃত্তি অনুসৰি যাৰ যিটো পথ ভালযেন বোধ হৈছিল তাকেই অনুসৰণ কৰিছিল। তেনেকুৱা সময়তে শঙ্কৰদেৱে জনসাধাৰণৰ আগত প্ৰাচীন সনাতন ধৰ্মৰ আদৰ্শ দাঙি ধৰিবলৈ স্থিৰ কৰিছিল। বহু দেৱতাৰ মাজত প্ৰধান দেৱতাৰ সন্ধান দান, বহু সত্যৰ মাজত সনাতন সত্যৰ উপলব্ধিৰ প্ৰতি সামাজিক চৈতন্যৰ জাগৰণ আনিবলৈ দৃঢ় সংকল্প হ'ল। তেওঁ ভালকৈ উপলব্ধি কৰিছিল যে অসমৰ বিভিন্ন মতাৱলম্বী লোকৰ মাজত সম্প্ৰীতি, ঐক্য আৰু আধ্যাত্মিক ভাগ জগাই তুলিবলৈ হ'লে এটা সহজ আচৰণীয় সাধন পন্থা বা ধৰ্মমাৰ্গৰ সন্ধান দিব লাগিব। তেওঁ বাৰ বছৰ কাল ভ্ৰমণেৰে বিভিন্ন তীৰ্থ, মঠ-মন্দিৰ দৰ্শন কৰি বিভিন্ন বৈষ্ণৱ সম্প্ৰদায়ৰ ক্ৰিয়া-কলাপ লক্ষ্য কৰি নিজ দেশ কাল আৰু পাত্ৰৰ উপযোগী ৰূপত ঐক্যান্তিক বৈষ্ণৱ ভক্তিমাৰ্গ প্ৰৱৰ্তন কৰে। তেওঁ তিনিঠাইৰ পৰা তিনিটা তত্ত্ব আনি নিজ ধৰ্মমতৰ মূল স্থিৰ কৰিলে— "ভাগৱতৰ সৎসঙ্গ, সহস্ৰানামৰ নাম, গীতাৰ এক শৰণ এই তিনিটি বস্তু ব্যক্ত কৈলে।"[৪] নাম, দেউ, গুৰু আৰু ভকত এই চাৰিটা তত্ত্বক ভক্তি সাধনাৰ অপৰিহাৰ্য অঙ্গ স্বৰূপে একশৰণ নামধৰ্ম প্ৰচাৰ কৰি জনসমাজক উদ্বুদ্ধ কৰি তোলে। নবধা ভক্তিৰ (শ্ৰৱণ-কীৰ্তন, স্মৰণ, পাদসেৱন, অৰ্চন, বন্দন, দাস্য, সখ্য, আত্মনিৱেদন) ভিতৰত শ্ৰৱণ-কীৰ্তনক উত্তম স্থান দি প্ৰচাৰ কৰা ভক্তিধৰ্মই যে অসমত ব্যাপকতা আৰু জনপ্ৰিয়তা লাভ কৰিব পাৰিছিল সেয়া সহজে অনুমেয়। শঙ্কৰদেৱৰ সমসাময়িক হৰিদেৱ, দামোদৰদেৱ, মাধৱদেৱ প্ৰমুখ্যে বৈষ্ণৱ সন্তসকলে এই ক্ষেত্ৰত প্ৰভুত অৰিহণা যোগাইছিল। অসমৰ সকলো ঠাইৰ সকলো সম্প্ৰদায়ৰ সকলো অৱস্থাৰ অলেখ লোক বৈষ্ণৱ ধৰ্মত দীক্ষিত হৈছিল। উজনি আৰু নামনি অসমত অনেক বৈষ্ণৱ সত্ৰ গঢ়ি উঠিছিল। এই সত্ৰসমূহক কেন্দ্ৰ কৰি অসমৰ সাহিত্য, কলা, সংস্কৃতিৰ জন্ম আৰু বিকাশ লাভ হ'বলৈ ধৰিলে। এই সত্ৰসমূহৰ আশ্ৰয়তে শঙ্কৰদেৱ-মাধৱদেৱ আৰু তেওঁলোকৰ শিষ্য-প্ৰশিষ্য, দামেদৰদেৱৰ প্ৰিয় শিষ্য বৈকুণ্ঠনাথ ভট্টাচাৰ্য্য প্ৰমুখ্যে সন্ত ভক্তসকলে বৰগীত,

কীৰ্তন দশম, অঙ্কীয়া নাট, ভাগৱত আৰু অন্যান্য কাব্য আৰু ভক্তিতত্ত্ব মূলক গ্ৰন্থসমূহ ৰচনা কৰিছিল। শঙ্কৰদেৱে ভাৰতীয় শাস্ত্ৰসমূহত নিহিত ভক্তি তত্ত্বৰ সকলো কথা, সকলো শ্ৰেণীৰ লোকৰ বোধগম্য হোৱাকৈ সৰল অসমীয়া ভাষাত লিখি প্ৰচাৰ কৰাত মনোনিৱেশ কৰিলে। পদ্মপুৰাণ, বিষ্ণুপুৰাণ, হৰিবংশ আৰু সৰ্বোপৰি শ্ৰীমদ্ভাগৱত পুৰাণৰ অনুবাদ আৰু সমল সংগ্ৰহ কৰি গীত, পদ, ভাওনা, নাটক, কাব্য আদিৰ সৃষ্টি কৰিলে যিবোৰে অসমৰ সাহিত্য-সংস্কৃতিৰ ভঁৰালত অমূল্য সম্পদ হিচাপে স্থান লাভ কৰিলে। তদুপৰি পৰিবেশ্য কলা আৰু ভৌতিক কলাৰ কেইবাটাও উৎকৃষ্ট সম্পদৰ জন্ম দিলে। শঙ্কৰদেৱৰ দশম-কীৰ্তনৰ প্ৰভাৱে যে সৰ্বকালে সকলো লোকৰ ওপৰতে পৰিছিল আৰু আজিও পৰি আছে সেই কথা সৰ্বজনবিদিত। শঙ্কৰদেৱৰ সাহিত্যই ভাৰতবৰ্ষক অসমৰ ওচৰ চপাই আনিলে। সত্ৰীয়া নৃত্য আৰু বৰগীতে সৰ্বভাৰতীয় স্থান লাভ কৰিলে। বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে ৰচনা কৰা সাহিত্য অকল ভাববাদী অথবা ভগৱদমুখী প্ৰচাৰধৰ্মী নাছিল, সকলো শ্ৰেণীৰ মানুহৰ আনন্দদায়ক আৰু কল্যাণকাৰকহে আছিল; তাৰ নিদৰ্শন হ'ল সেইবোৰৰ অসমীয়া সমাজত যুগে যুগে থকা সমাদৰ। আৰু "বৈষ্ণৱ আন্দোলনৰ স্বতঃপ্ৰেৰিত উদ্দেশ্যই আছিল সমাজক সম্ভ্ৰম নিৰ্বিশেষে সমস্ত জাতীয় হৃদয়কেই স্পৰ্শ কৰা।"[৫] বৈষ্ণৱ সাহিত্য আৰু সত্ৰসমূহে অসমক কেনেধৰণে উপকৃত কৰিছিল সেইবিষয়ে প্ৰৱন্ধৰ আৰম্ভণিতে ড° কাকতিৰ মন্তব্যৰ উদ্ধৃতি দিয়া হৈছে। শঙ্কৰদেৱে অসমীয়া সমাজখনক কোনো ক্ষেত্ৰতে চোকা ভাষাৰে তিৰস্কাৰ কৰা নাছিল। সমাজত চলা পূজা-পাৰ্বণৰ পথ চল্‌তি হৈ থাকিলেও সেইবোৰ নাশ কৰি তেওঁ প্ৰচাৰ কৰা পথক প্ৰসাৰিত কৰিবলৈও চেষ্টা কৰা নাছিল, বৰং সহনশীল মনোভাবেৰে সকলোকে চোৱাৰহে মত পোষণ কৰিছিল আৰু যিটো সকলোৰে গ্ৰহণযোগ্য সেইটোক তেওঁ সকলোৰে সমুখত দাঙি ধৰিছিল ঃ

সমস্তে দেৱক পূজা কৰিলেক আতি।
পৃথকে পুজিলে কেহো নহন্ত তৃপিতি।।
বৃক্ষৰ মূলত যেন দিলে আনি জল।
হোৱয় তৃপিতি ডালপুষ্প পত্ৰ ফল।। [ভক্তি প্ৰদীপ]

ভক্তিৰ ক্ষেত্ৰত কোনো জাতি, বৰ্ণ, লিঙ্গ ভেদ নাই। মানব মাত্ৰেই ভক্তিৰ পথ গ্ৰহণ কৰিব পাৰে ঃ "নালাগে ভক্তিত দেৱ দ্বিজ ঋষি হইবে। নালাগে সম্ভৃত শাস্ত্ৰ-বিস্তৰ জানিবে।" (কীৰ্তন-ঘোষা) শঙ্কৰদেৱে সকলোজাতিৰ লোকক তেওঁৰ শিষ্যৰূপে গ্ৰহণ কৰিছিল। তেওঁৰ শিষ্যসকলৰ ভিতৰত পৰ্বতীয়া জাতিৰ লোকো আছিল আৰু চাঁদসাই নামৰ মুছলমান এজনো আছিল। তেওঁ কোনো পন্থকে নিন্দা কৰা নাছিল।

পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দায়া সকৰুণ চিত্ত।।
হুইবা শান্ত চিত্ত সৰ্বধৰ্মত বৎসল।
এহি ভাগৱত ধৰ্ম জানা মহাবল।। [ভক্তি প্ৰদীপ]

সেয়া হ'ল উত্তম সন্তগুৰুৰ বাক্য। উত্তম ভক্তই সকলোকে বিষ্ণুজ্ঞান কৰে।

কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম।।
সমস্ত ভূতত বিষ্ণু বুদ্ধি নোহে যাবে।
কায় বাক্য-মনে অভ্যাসিবা এহি ভাবে।।

[শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়ান]

সেইদৰে কোনো ফলৰ আশা নকৰাকৈ অইন কি মুক্তিৰো কামনা নকৰকৈ মাথো ভগৱানৰ চৰণত ঠাই পোৱাৰ আশাৰে সেৱা কৰিবলৈ উপদেশ দিছে ঃ

সাযুজ্য মোক্ষকো মোৰ নবাঞ্ছয় কদাচিত
আমাৰ একান্ত ভক্তগণে।।
মোৰ পদ-সেৱা তেসে সদায় পৰম ৰতি
মোৰ অৰ্থে যত চেষ্টা কৰে।

++ ++ ++

সৱ তেজি একমাত্ৰ অনন্য ভকতিভাৱে
ভজে যিটো মোৰ চৰণত।। [ভক্তি ৰত্নাকৰ]

ওপৰত উল্লেখ কৰা আদৰ্শসমূহ শঙ্কৰদেৱে ভাগৱত প্ৰমুখ্যে শাস্ত্ৰসমূহৰ পৰা সংগ্ৰহ কৰি তেওঁৰ ভক্তিধৰ্ম মত সহজ-সৰল ভাষাত প্ৰকাশ কৰিছে। আৰু পৰমানন্দ লাভৰ পথ নিৰ্দেশ সোঁৱৰাই দি সমাজৰ সকলো শ্ৰেণীৰ লোকক নিজ নিজ সামৰ্থ্য অনুসৰি ভক্তিৰ পথত আগবাঢ়ি শুদ্ধ পৱিত্ৰ জীৱন-যাপনৰ দ্বাৰা ঐক্য, সংহতি, শান্তি, প্ৰগতিৰ সমাজ গঠনৰ যি ব্যৱস্থা কৰিছিল তাৰ বাবে তেওঁ অসমৰ চিৰকাল আদৰ্শ আৰু শ্ৰদ্ধাৰ মহান পুৰুষ হিচাপে জীয়াই থাকিব। অতিশয়োক্তি অথবা অতিৰঞ্জিত কথা থাকিলেও গুৰুচৰিতসমূহে সন্ত ভক্তসকলৰ বৈচিত্ৰময় জীৱনৰ বিষয়ে জানিবলৈ দিয়ে। শঙ্কৰদেৱেও বিভিন্ন ঠেলা-হেচা, ঘাত-প্ৰতিঘাতৰ সন্মুখীন হ'ব লগা হৈছিল। কিন্তু স্থিতপ্ৰজ্ঞ, কৰ্তব্যনিষ্ঠা, উদাৰ মনোভাব আদি গুণৰ অধিকাৰী হৈ তেওঁ সকলো বাধা, বিপদ অতিক্ৰম কৰি যাব পাৰিছিল। কথা গুৰুচৰিতত বৰ্ণনা কৰা মতে বিভিন্ন সময়ত ঘটা বিভিন্ন ঘটনা প্ৰসঙ্গত শঙ্কৰদেৱৰ প্ৰিয় শিষ্য মাধৱদেৱক ধৈৰ্য্য, সহ্য আৰু ক্ষমা গুণৰ অধিকাৰী হ'বৰ নিমিত্তে কৰ্ষণ কৰিবলৈ উপদেশ দিছিল। এই পুথিতে থকা এদিনৰ এটি সৰু ঘটনাই শঙ্কৰদেৱৰ উচ্চ মনোভাব আৰু মানৱ সেৱাৰ চানেকি মূৰ্ত কৰি তুলিছে। এদিনাখন নাম-প্ৰসঙ্গ

চলি থাকোতে "সৰ্ব্বজয় আতৈ" নামৰ এজন বুঢ়া ভকতৰ অজ্ঞাতে ক্ষুদ্ৰ শৌচ গ'ল। নাম-প্ৰসঙ্গৰ শেষত বাকী ভকতসকল গুচি যোৱাত শঙ্কৰদেৱে নিজে আতৈক গা-পা ধুৱাই কাপোৰ, কঠ তিয়াই দিলে। অন্যান্য আলধৰা থাকোতে গুৰুৱে নিজে সেই কাৰ্য্য কৰা বাবে মাধৱদেৱে ভাল পোৱা নাছিল। তেতিয়া শঙ্কৰ মহাপুৰুষে কৈছিল। "বৰাৰ পো সৰুৱে বৰ হ'বহে খোজে, হৈ তেও নপাৰে। মধ্যৱৰ্তী হৈ পাশাদলত লাগি ৰয় আয়াজাতকৈ বৰে ছোট হ'ব পাইলে সংসাৰ হাত সৰকি সাৰিব পাৰি।"[৬] এনেদৰে সাহিত্য আৰু নিজ কৰ্মৰ মাজেৰে বৈষ্ণৱ ভক্তিধৰ্মৰ আদৰ্শসমূহ জনসাধাৰণৰ আগত উপস্থাপন কৰি এজন প্ৰকৃত সমাজ-সংস্কাৰক হৰিভকত হিচাপে শঙ্কৰদেৱ সুপ্ৰতিষ্ঠিত হৈছে আৰু সৰ্বভাৰতীয় ভক্তি আন্দোলনত অসমৰ ভক্তি আন্দোলনে বিশিষ্ট স্থান লাভ কৰাত শঙ্কৰদেৱৰ উৎকৃষ্ট বৰঙণিয়ে প্ৰভুত সহায় কৰিছে।

অসম তথা ভাৰতবৰ্ষত ১৬ শতিকামানলৈ চলা বৈষ্ণৱ ভক্তি আন্দোলনে ভাৰতীয় জনগণক বিভিন্ন প্ৰকাৰে উপকৃত কৰিছে। ওপৰতেই উল্লেখ কৰি অহা হৈছে যে ভক্তিধাৰা প্ৰচাৰৰ বাবে সাধুসন্ত কবি সাহিত্যিকসকলে তেওঁলোকৰ নিজ নিজ অঞ্চলৰ ভাষাক সাহিত্যকৰ্ম তথা ধৰ্ম প্ৰচাৰৰ বাবে মাধ্যম কৰি লৈছিল। যাৰ ফলত প্ৰাদেশিক ভাষাৰ উন্নতি সাধন হোৱাৰ লগতে, সাহিত্য-সংস্কৃতিৰো বিকাশ সাধন হ'বলৈ ধৰিছিল। আঞ্চলিক ভাষাত লিখা বাবে ভাৰতীয় শাস্ত্ৰসমূহৰ কথা সকলোৱে বুজি পোৱাত সহজ হৈছিল আৰু সিবোৰৰ অন্তৰ্নিহিত ধৰ্ম, দৰ্শনৰ উপলব্ধিয়ে মানুহৰ মনত নৈতিক আৰু আধ্যাত্মিক ভাব জগাই তুলিব পাৰিছিল আৰু আজিও সেই প্ৰকাৰ্য্য চলিয়ে আছে। শঙ্কৰদেৱৰ কীৰ্তন, দশম, মাধৱদেৱৰ নাম-ঘোষা, শ্ৰীধৰ কন্দলিৰ কাণখোৱাৰ আদৰ অসমৰ সৰ্বস্তৰৰ লোকৰ মাজত বৰ্তমানো বিদ্যমান। শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱৰ শিষ্য-প্ৰশিষ্যই গীত-পদ, নাট, কাব্য আখ্যান আদি লিখি আৰু ৰামায়ণ, মহাভাৰত, প্ৰভৃতি প্ৰাচীন গ্ৰন্থসমূহৰ অনুবাদ বা আধাৰগ্ৰন্থ হিচাপে লৈ অনেক পুথি ৰচনা কৰিছে। বৈষ্ণৱ আন্দোলনৰ প্ৰভাৱমুক্ত কবি সাহিত্যিকসকলেও ভক্তিমূলক গ্ৰন্থ ৰচনা কৰিছে। ভক্তি আন্দোলনে ভগৱানৰ প্ৰতি ভক্তিৰ দুৱাৰ সকলোৰে বাবে মুকলি কৰি দিলে। বৈষ্ণৱ ভক্তি আন্দোলনৰ সুআদৰ্শই সমগ্ৰ ভাৰতবৰ্ষক সমভাবাপন্ন কৰি এক জাতি হিচাবে সুপ্ৰতিষ্ঠিত হোৱাত সহায় কৰিছে। এই আন্দোলনৰ ফলত সৃষ্টি হোৱা অসমীয়া বৈষ্ণৱ সাহিত্যই নতুন প্ৰাণৰ সঞ্চাৰ কৰি সৰ্বভাৰতীয় মহাজাতীয় চৈতন্যৰ লগত ইয়াৰ ঐক্যভাব স্থাপন কৰে।" মন কৰিবলগীয়া যে শঙ্কৰদেৱে সৰ্বভাৰতীয় আন্দোলনকে অসমত প্ৰসাৰিত কৰিলে আৰু সৰ্বভাৰতীয় পটভূমিৰ বৈষ্ণৱ সাহিত্যকে তেওঁৰ সাহিত্যকৰ্মৰ আধাৰগ্ৰন্থ হিচাপে লৈছিল। তেওঁ ৰচিত "ভক্তি ৰত্নাকৰ" গ্ৰন্থখনৰ অন্তৰ্গত 'ভাৰতবৰ্ষৰ প্ৰশংসা' নামৰ কবিটাটোৰ

কথাখিনিও এই ক্ষেত্ৰত প্ৰণিধানযোগ্য। প্ৰসঙ্গক্ৰমে উক্ত কবিতাৰ অংশ বিশেষ উদ্ধৃত কৰিব পাৰি

যিবা হেতু ভাৰতেসে পুণ্যভূমি হয়।
আত হৰি সেৱা কৰি সংসাৰ তৰয়।।
আত বিনে আন ভূমি যতেক আছয়।
ভোগৰসে ভূমি সিটো জানিবা নিশ্চয়।।
++ ++ ++
পাৱে স্বৰ্গ মোক্ষ পদ বৈকুণ্ঠকো পায়।
ভাৰত সমান কৰ্মভূমি আন নাই।।

মধ্যযুগৰ সৰ্বভাৰতীয় বৈষ্ণৱ ভক্তি আন্দোলনে হিন্দুধৰ্ম আৰু ইছলাম ধৰ্মৰ বিৰোধ ভাব দূৰ কৰি শান্তিপূৰ্ণ সহ অৱস্থানত যথেষ্ট ৰৰঙণি যোগাইছিল।[৭] বৰ্তমান সময়তো ভাৰতীয় জাতি গঠনৰ পথ প্ৰশস্ত কৰিবৰ নিমিত্তে ভক্তি আন্দোলনৰ উদ্দেশ্য আৰু আদৰ্শৰ প্ৰাসঙ্গিকতা যে আছে সেই বিষয়ে কাৰো সন্দেহ থাকিব নোৱাৰে।

---

**পাদটীকা**

১। ড° কাকতি বাণীকান্ত — পুৰণি অসমীয়া সাহিত্য পাতনি। পৃষ্ঠা- ৮, ৯
২। ড° শৰ্মা সত্যেন্দ্ৰনাথ — অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত। পৃষ্ঠা-৭৯
৩। হুচেইন আবিদ — ভাৰতীয় জাতীয় সংস্কৃতি (অনুবাদ)। পৃষ্ঠা- ৯০ অপূৰ্ব শৰ্মা, নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া।
৪। লেখাৰু উপেন্দ্ৰচন্দ্ৰ (সম্পাদক) — কথা গুৰুচৰিত, পৃষ্ঠা- ৩৪ প্ৰকাশক - দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী।
৫। ড° কাকতি বাণীকান্ত — পুৰণি অসমীয়া সাহিত্য; পৃষ্ঠা-৮৮ (অঙ্কীয়া ভাওনা)
৬। লেখাৰু উপেন্দ্ৰচন্দ্ৰ সম্পাদক — কথা গুৰুচৰিত, পৃষ্ঠা- ৭৫
৭। ড° শাস্ত্ৰী বিশ্বনাৰায়ণ — ভাৰতীয় সভ্যতা আৰু সংস্কৃতি। পৃষ্ঠা-১১০

# বৈষ্ণৱ ভক্তিবাদ

**ভক্তিৰ স্বৰূপ ঃ** ভক্তি শব্দটো সংস্কৃতৰ "ভজ" ধাতুৰ পৰা নিস্পন্ন হৈছে (ভজ্ + ক্তিন)। ইয়াৰ অৰ্থ হৈছে ভজনা কৰা, সেৱা কৰা। এই সেৱা হৈছে ঈশ্বৰৰ প্ৰতি কৰা সেৱা।

ঈশ্বৰৰ প্ৰতি পৰম অনুৰক্তি, পৰম প্ৰেম, কোনো ফলৰ আশা নকৰাকৈ ঈশ্বৰক নিৰন্তৰ ভজনা কৰা ইত্যাদিকে ভক্তি বুলি শাণ্ডিল্য, নাৰদীয় প্ৰমুখ্যে বিভিন্ন ভক্তি সূত্ৰত কোৱা হৈছে। ড° সৰ্বপল্লী ৰাধাকৃষ্ণণে কৈছে যে এক সগুণ ভগৱানৰ সৈতে প্ৰেম বা শ্ৰদ্ধা আৰু বিশ্বাসৰ সম্পৰ্কই হৈছে ভক্তি। ভক্তি এটা মানসিক অৱস্থা। এই অৱস্থাৰো ভিন্ ভিন্ স্তৰ আছে। তাৰ চৰম স্তৰত উপনীত হোৱা জনহে প্ৰকৃত ভক্ত। এই স্তৰত উপনীত হ'ব পাৰিলে মনত কোনো ভেদাভেদ ভাব নেৰাখি সকলোকে ঈশ্বৰ জ্ঞান কৰে। ধন, জন, ঐশ্বৰ্য্য, বিভূতি প্ৰভৃতি কোনো সুখৰ কামনা নকৰি অইন কি মুক্তিৰো আশা নকৰি নিজকে ভগৱানৰ চৰণত অৰ্পণ কৰি পৰম প্ৰেমত নিমগ্ন হৈ পূৰ্ণ শান্তি লাভ কৰা অৱস্থাকে পৰাভক্তি বা উত্তম ভক্তি বোলা হয়।

নাবাঞ্ছোহোঁ সুখ ভোগ নালাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি।। (কীৰ্ত্তন)
মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি। (নাম-ঘোষা)

ভক্তি নিজে পৰম আনন্দময়। ইয়াত ৰস শব্দই আনন্দক বুজাইছে। আনন্দ হৈছে ঈশ্বৰৰ এটি গুণ বিশিষ্ট নাম। ঈশ্বৰ ৰসময় বা আনন্দময় (সচ্চিদানন্দ)। আনন্দময় ভক্তিয়ে হৈছে উত্তম ভক্তি। ইয়াত ঈশ্বৰৰ সান্নিধ্য লাভ কৰা উদ্দেশ্যৰ বাহিৰে অন্য কোনো আকাংখ্যা নাথাকে। উল্লিখিত চৰমস্তৰত উপনিত হ'বলৈ হ'লে মানুহে বিভিন্ন স্তৰৰ মাজেৰে গতি কৰিব লাগিব। এই স্তৰবোৰ বুজাবৰ কাৰণে ভক্তিক প্ৰধানত নটা ৰূপত ভাগ কৰি নৱধা ভক্তিৰ অৱতাৰণা কৰা হৈছে। যথা-শ্ৰৱণ, কীৰ্তন, স্মৰণ, পাদসেৱন, অৰ্চন, বন্দন, দাস্য, সখ্য আৰু আত্মনিবেদন।

এই সন্দৰ্ভতে ওপৰত উল্লিখিত নৱধা ভক্তিৰ সাধাৰণ আভাস দিবলৈ বিচৰা হৈছে।

**শ্ৰৱণ ঃ** সন্ত বৈষ্ণৱ বা গুৰুৰ মুখে ভগৱানৰ নাম, স্বৰূপ, গুণ আদি শুনাকে শ্ৰৱণ বোলে। ভক্তি-ৰত্নাবলীৰ কান্তিমালাত থকামতে লোকে গোৱা বা নিজে গোৱা ভগৱন্তৰ নাম আৰু গুণাৱলী শুনাকে শ্ৰৱণ বোলে। মনৰ দুৰ্বাসনা নাশ কৰাৰ প্ৰথম উপায় হৈছে শ্ৰৱণ-ভক্তি। কৃষ্ণ কথা বা ভগৱন্তৰ কথা শ্ৰৱণত যদি ৰাপ জন্মে তেনেহ'লে অসৎ প্ৰবৃত্তিৰ ভাৱ কমি আহে আৰু মনৰ সংশয় দূৰ হ'বলৈ ধৰে। এই শ্ৰৱণ-ভক্তিৰ পৰাই কীৰ্তন-ভক্তিৰ আগমন হয়।

**কীৰ্তন ঃ** ভগৱন্তৰ নাম-গুণ ৰাৰে বাৰে নিজে উচ্চাৰণ কৰা বা আবৃত্তি কৰা বা আনৰ আগত কোৱাকে কীৰ্তন বোলে। কীৰ্তন অকলশৰীয়াকৈ বা সমূহীয়াকৈ কৰিব পাৰি। সৎসঙ্গ বা বৈষ্ণৱ ভক্তসকলৰ লগত একেলগে কীৰ্তন বেছি ফলদায়ক হয়। কীৰ্তন পাঁচ প্ৰকাৰ—নামোচ্চাৰণ, স্তুতিপাঠ, কথা বা বাখ্যা, গীত আৰু অভিনয়। গীত আৰু অভিনয়ৰ উদ্দেশ্য ৰস সৃষ্টি। ৰসানুভূতিয়ে প্ৰেমভক্তিৰ সোৱাদ দিয়ে। সেইকাৰণে অসম তথা ভাৰতবৰ্ষৰ বৈষ্ণৱ সাধনাত গীত আৰু অভিনয়ৰ (ভাওঁনা) স্থান বৰ আদৰণীয়।

**স্মৰণ ঃ** ভগৱন্তৰ নাম আৰু ৰূপৰ চিন্তনেই স্মৰণ। শ্ৰৱণ-কীৰ্তনৰ পৰা মনলৈ অহা ভগৱন্তৰ নাম আৰু ৰূপৰ কথা চিৰস্থায়ী কৰিবলৈ নিজৰ অন্তৰত বাৰে বাৰে স্মৰণ কৰিব লাগে। শ্ৰৱণ আৰু কীৰ্তন দিনটোৰ সকলো সময়তে সম্ভৱ নহবও পাৰে কিন্তু স্মৰণ সকলো সময়তে হ'ব পাৰে। শ্ৰৱণ, কীৰ্তন, আৰু স্মৰণ ভক্তি পথৰ প্ৰথম স্তৰ।

**পাদ সেৱণ ঃ** হৰিমন্দিৰ, নামঘৰ আদি পৰিস্কাৰ কৰা, শৰাই নৈবদ্য আদি যুগুত কৰা, হৰিমূৰ্ত্তি স্নান কৰোৱা ইত্যাদি কাৰ্যকে পৰিচৰ্য্যা বা পাদসেৱণ বোলা হয়। এই কাৰ্যৰ পৰা মনলৈ দাস্য ভাৱৰ আগমন হয়।

**অৰ্চন ঃ** অৰ্চন হৈছে ভগৱানৰ পূজা। ইয়াত পুৰুষোত্তম বিষ্ণু বা তেওঁ ধাৰণ কৰা ৰূপ বিশেষণৰ পূজাৰ কথা কোৱা হৈছে। পূজা যে অকল অৰ্চনীয় মূৰ্তিতহে কৰিব পাৰি এনে নহয়, নিজৰ হৃদয়তো ইষ্টজনক থাপি পূজা কৰিব পাৰি। সেইদৰে থাপনাতে পূজা কৰিব পাৰি। কাৰণ থাপনাত ভাগৱত থাকে। ভাগৱতো কৃষ্ণস্বৰূপ। "অয়ং ভাগবতো গ্ৰন্থঃ প্ৰত্যেক্ষ কৃষ্ণ এবচ।" (ভাগৱত)

**বন্দন ঃ** স্তব স্তোত্ৰাদি গাই নানা কাকুতি-মিনতি কৰি ভগৱন্তক সেৱা কৰাকে বন্দন বোলা হয়। পাদসেৱন, অৰ্চন আৰু বন্দন হৈছে ভক্তি পথৰ দ্বিতীয় স্তৰ।

**দাস্য ঃ** শ্ৰৱণ, কীৰ্তন, স্মৰণ আদি ভক্তিৰ ফলত ভক্তৰ মনলৈ দাস্যভাৱৰ আগমন হয়। ভক্তই যেতিয়া নিজকে ভগৱানৰ দাস বা ভৃত্য বুলি ভাবিব তেতিয়া তেওঁৰ নিজৰ বুলিবলৈ একো নাথাকিব। তেওঁৰ কৃত সমস্ত কৰ্ম, তাৰ ফল ভগৱানৰ চৰণত অৰ্পণ কৰিব। এনেদৰে নিজকে ভগৱানৰ দাস বুলি ভাবি

সমস্ত কৰ্ম, ফল আদি ভগৱানৰ চৰণত অৰ্পণ কৰাৰ নাম দাস্য ভক্তি। শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে "যৎ কৰোষি যদ শ্নাসি যজ্জুহোষি দদাসি যৎ। যৎ তপস্যাসি কৌন্তেয় তৎকুৰুষ মদৰ্পনম্। (গীতা/৯ম/২৭) এই বাণীয়েও সকলো কৰ্মকে ভগৱানৰ চৰণত অৰ্পণ কৰাৰ উপদেশ দিছে। দাস্যভক্তিৰ ভক্তই ভগৱানৰ অপ্ৰিয় কৰ্ম বন্ধনৰ পৰা মুক্তি লাভ কৰিব পাৰিব। তেতিয়া কৰ্মফল ত্যাগী স্বৰূপ হৈ ভগৱানক লাভ কৰিব পাৰিব বা মোক্ষ লাভ হ'ব। "শুবাশুভ ফলৈৰেবং মোক্ষসে কৰ্মনৈঃ। সন্ন্যাস যোগমুক্তাত্মা বিমুক্তো মামুপৈষ্যাসি।।

(গীতা/৯ম /২৮)

**সখ্য ঃ** ভক্তই একান্তভাবে ভগৱানৰ দাস বুলি ভাবি গৈ থাকোতে থাকোতে ভগৱানেও ভক্তক ভাল পায় বুলি প্ৰতীতি জন্মিব। লাহে লাহে ভৃত্য আৰু গৰাকীৰ মাজৰ দূৰত্ব কমি গৈ ভক্ত ভগৱানৰ মাজত অতি ওচৰ সম্পৰ্কৰ ভাব জন্মিব, আৰু তেতিয়া ভগৱানক ভক্তই পৰম প্ৰিয় সুহৃদ বুলি ভাবিব আৰু তেওঁৰ ওচৰত পৰম বিশ্বাস স্থাপন কৰিব। দাসে দূৰত থাকিও প্ৰভুৰ কাম কৰি সন্তুষ্ট হয়। কিন্তু প্ৰিয়জনে প্ৰিয়তম ব্যক্তিক সদায়ে সকলো সময়তে ওচৰৰ পৰা সেৱা কৰিবলৈ পালে সন্তুষ্ট হয়। ভক্তৰ এই অৱস্থাকে সখ্য-ভক্তিৰ স্বৰূপ বুলি কোৱা হয়। অৰ্জুন, উদ্ধৱ, বিপ্ৰদামোদৰ আদি এই শ্ৰেণীৰ ভক্ত।

**আত্মনিবেদন ঃ** ভক্তই ভগৱানক চিন্তা কৰি থাকোতে থাকোতে তেওঁৰ নিজত্ব বা আত্মভাব নোহোৱাহৈ পৰে। তেওঁৰ দেহ, মন, ইন্দ্ৰিয় সকলো ভগৱানৰ চৰণত অৰ্পন কৰে। তেওঁৰ নিজৰ কোনো একোটা স্বাতন্ত্ৰ্য নাই। ভক্তিৰ এই অৱস্থাকে আত্মনিৱেদন বোলা হয়। এই অৱস্থাত ভক্ত নিৰ্বিকাৰ হৰিগুণময়। এয়াই একান্ত ভকতি বা শৰণাগতি। ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চাৰি পুৰুষাৰ্থৰ একোকে বাঞ্ছা নকৰে। এই অৱস্থা পৰম আনন্দময়। মাধয়দেৱে নাম-ঘোষাত এই অৱস্থাৰ (এক শৰণ বা শৰণাগতি) কথা এইদৰে কৈছে—

সমস্ত সুখক ত্যেজি পুৰুষোত্তমৰ প্ৰেম
ভকতিক কৰিলে আশ্ৰয়।
ভকত সৱৰ এহি পুৰুষাৰ্থ মনোনীত
আনো সুখ অধিকে পাৱয়।। (১২৪)

ওপৰত ভক্তিৰ তৃতীয় বা শেষ স্তৰৰ যি তিনিওবিধ ভক্তিৰ (দাস্য, সখ্য আৰু আত্মনিবেদন) স্বৰূপ সম্পৰ্কে কোৱা হ'ল সেই কেইবিধৰ ভিতৰত অসমৰ বৈষ্ণৱ ধৰ্মত দাস্য ভক্তিৰ ওপৰতহে গুৰুত্ব দিয়া দেখা যায়। এইখিনিতে উল্লেখ কৰিব পাৰি যে শঙ্কৰদেৱে "ভক্তিৰত্নাকৰ" গ্ৰন্থত সখ্য আৰু আত্মনিৱেদনাত্মক ভক্তিৰ স্বৰূপ নিৰূপণ কৰা নাই। আৰু তেওঁৰ কীৰ্তন, দশম, বড়গীত প্ৰমুখ্যে সকলো গ্ৰন্থতে দাস্য ভক্তিৰ নিদৰ্শন প্ৰচুৰ পৰিমাণে পোৱা যায়। মন

কৰিবলগীয়া কথা যে মহাপুৰুষজনাই সকলো ঠাইতে "কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে ভণে" বুলি কৈ ভণিতা পেলাইছে। মাধৱদেৱেও দাস্য ভক্তিৰ লগতে একশৰণ বা শৰণাগতিৰ স্বৰূপ সম্পৰ্কেহে কৈছে। এক শৰণৰ ভিতৰতে আত্মনিবেদনৰ স্বৰূপ নিৰূপণ কৰিছে। (আত্মসমৰ্পণ আৰু এক শৰণ একে) সেইদৰে বৈকুণ্ঠ নাথ ভট্টদেৱেও তেওঁৰ ভক্তিবিৱেকত "দাস্য পৰ্যন্তহে ভক্তিৰ স্বৰূপ নিৰ্ণয় কৰিছে। ইয়াৰ কাৰণ হিচাপে ক'ব পাৰি যে সখ্য আৰু আত্মনিৱেদনৰ অৱস্থালৈ যোৱাৰ উপায় বা পথ দাস্য অৱস্থাতে আৰম্ভ হয়। অৰ্থাৎ দাস্য ভক্তি গাঢ় হ'লে সখ্য আৰু আত্মনিৱেদন ভক্তি আপোনা আপুনি আগমন হ'ব। দাস্যভক্তিৰ পৰাই মায়াৰ আৱৰণ আঁতৰ হ'বলৈ ধৰে। দাস্য ভক্তি পৰ্যন্ত গুৰুৰ উপদেশ প্ৰয়োজন। (অসমৰ বৈষ্ণৱ ধৰ্মত গুৰু অপৰিহাৰ্য)

ওপৰত আলোচনা কৰা নবিধ ভক্তিৰ ভিতৰত আকৌ শঙ্কৰদেৱ প্ৰমুখ্যে অসমৰ বৈষ্ণৱ আচাৰ্যসকলে শ্ৰৱণ-কীৰ্তন ভক্তিক শ্ৰেষ্ঠ স্থান দিছে। অৱশ্যে শ্ৰৱণ-কীৰ্তনৰ লগত স্মৰণ আপোনা আপুনি সম্পৃক্ত হৈ আছে। কাৰণ স্মৰণ নকৰাকৈ শ্ৰৱণ-কীৰ্তন কৰিব নোৱাৰি। মহাপুৰুষজনাই কৈছে—

(ক) যদ্যপি ভকতি নৱবিধ মাধৱৰ।
শ্ৰৱণ-কীৰ্ত্তন আতো মহাশ্ৰেষ্ঠতৰ।।

(খ) পূজা আদি যত ভক্তিৰ মধ্যত
শ্ৰৱণ-কীৰ্ত্তন সাৰ।
কথা শ্ৰৱণ নাম কীৰ্ত্তনৰ
সমান নাহিকে আৰ।।

অৱশ্যে ইয়াৰ পৰা এইটো বুজিব নালাগিব যে বাকীকেইবিধক নিৰৰ্থক বুলিছে। শ্ৰৱণ-কীৰ্তনে ভক্তিৰ বিভিন্ন স্তৰৰ মাজেৰে যাবলৈ দুৱাৰ মুকলি কৰি দিয়ে। শ্ৰৱণ-কীৰ্তনৰ পাছৰ ভক্তিৰ যি ভিন ভিন স্তৰ আছে সেই বিলাকতো শ্ৰৱণ-কীৰ্তন অপৰিহাৰ্য। অৰ্থাৎ ভক্তিৰ সকলো অৱস্থাতে শ্ৰৱণ-কীৰ্তনেই প্ৰাধান্য লাভ কৰিছে। ক'বলৈ গ'লে শ্ৰৱণ-কীৰ্তনৰ মহিমাতে ভক্তই ভক্তিৰ শেষ স্তৰ আত্মনিৱেদনৰ খলপলৈ উঠিব পাৰে আৰু শৰণাগতি লাভ কৰিব পাৰে। মায়াৰ বন্ধন নোহোৱাকৈ নিৰ্গুণ অৱস্থাতো শ্ৰৱণ-কীৰ্তন ভক্তি চলি থাকিব পাৰে। আৰু সেই কাৰণে শ্ৰেষ্ঠতৰ বুলি কৈছে।

**বাৎসল্য ভক্তি ঃ** ওপৰত আলোচনা কৰা নবধা ভক্তিৰ উপৰিও বৈষ্ণৱ সন্তসকলে বাৎসল্য ভক্তি নামেৰে আৰু এবিধ ভক্তি উদ্ভাৱন কৰিছে। নিজৰ সন্তানক আমি যি ভাবে মৰম কৰো ঠিক সেইদৰে ঈশ্বৰ কৃষ্ণ বা গোপালৰ প্ৰতি স্নেহ উদয় বা জাগ্ৰত কৰাই বাৎসল্য ভক্তি। নন্দ যশোদা, দৈৱকী বসুদেৱৰ

লেখীয়া ভক্তসকলে কৃষ্ণৰ প্ৰতি বাৎসল্য ভক্তিৰ নিদৰ্শন দেখুৱাই গৈছে। এই সাধকসকলে কৃষ্ণ বা গোপালৰ ঘাইকৈ বাল্য লীলাৰ গুণ-কীৰ্তন কৰিছে। আৰু নিজ পুত্ৰ হিচাপে পৰমেশ্বৰক ভজনা কৰি বাৎসল্য ভক্তি সাধনা কৰিছে। শঙ্কৰদেৱৰ কীৰ্তন দশম, মাধৱদেৱৰ বড়গীত অঙ্কীয়া নাট আৰু শ্ৰীধৰ কন্দলীৰ কাণখোৱা পুথিত এইবিধ ভক্তিৰ উদাহৰণ বিদ্যমান।

ভক্তিৰ ক্ষেত্ৰত কোনো জাতি, বৰ্ণ, লিঙ্গৰ ভেদ নাই। মানৱ মাত্ৰেই ভক্তিৰ পথ গ্ৰহণ কৰিব পাৰে। অসমীয়া বৈষ্ণৱ ভক্তসকলে তেওঁলোকৰ লিখনিৰে মুখেৰে সেই কথাকে ব্যক্ত কৰিছে।

নালাগে ভক্তিত দেৱদ্বিজ ঋষি হইবে।
নালাগে সম্ভূত শাস্ত্ৰ বিস্তৰ জানিবে।।
তপজপ যজ্ঞদান সবে বিৰম্বন।
কেৱলে ভক্তিত তুষ্ট হোন্ত নাৰায়ণ।।

(কীৰ্ত্তন-ঘোষা)

ভক্তি বা ঈশ্বৰ সেৱাৰ ক্ষেত্ৰত উত্তমগুৰু অপৰিহাৰ্য বুলি কোৱা হৈছে। গুৰুসকল হৈছে পথ প্ৰদৰ্শক। যিজনে অজ্ঞান-আন্ধাৰ নোহোৱা কৰে তেওঁকেই গুৰু বুলি কোৱা হয়। (গু-আন্ধাৰ, ৰু-পোহৰ) গুৰুৰ উপদেশৰ পৰা ভক্তিজ্ঞান লাভ কৰিব পাৰি।

ভক্তি জ্ঞান দাতা গুৰুবিনে সেব্য নাই।
কহিলোহো প্ৰতি প্ৰতি তোমাত বুজায়।।
- - - - - - - - - - - - - - - - - - -
ইসব ধৰ্ম্মত তুষ্ট নুহিকো যি মত।
যেন তুষ্ট হওঁ মই গুৰু ভজনত।।

(ভক্তিৰত্নাকৰ)

ভক্তিৰ বিশেষকৈ প্ৰেমময়ী ভক্তিৰ উদয় হৈ স্তৰে স্তৰে উধাই গৈ শৰণাগতিত পৰিণতি লাভ কৰিবলৈ হ'লে সৎসঙ্গৰ আশ্ৰয়ৰ প্ৰয়োজন। সৎসঙ্গৰ অৰ্থ হ'ল পৰমাত্মা ভগৱানক হৃদয়ত আশ্ৰয় কৰা বৈষ্ণৱ বা সৎগুৰুৰ আশ্ৰয়। গুৰু শব্দই অন্য প্ৰকাৰে পৰমাত্মা পৰমেশ্বৰো অৰ্থ কৰে। সেই কাৰণে ভক্তি মাৰ্গত গুৰু আৰু ভগৱানৰ মাজত পাৰ্থক্য নাই।

## ভাৰতবৰ্ষত ভক্তিবাদৰ উৎপত্তি আৰু ক্ৰমবিকাশ ঃ

ভাৰতবৰ্ষত ঋকবেদতেই অঙ্কুৰিত হোৱা ভক্তিৰ বিষয়ে শ্বেতাশ্বতঃ উপনিষদত প্ৰথমে পোৱা যায়। যথা ''যস্যদেৱে পৰাভক্তিৰ্যথা দেৱে তথা গুৰৌ।

তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ।" যাৰ পৰমেশ্বৰত পৰা ভক্তি আছে আৰু অনুৰূপ ভক্তি গুৰুৰ প্ৰতিও আছে, উপনিষদত উল্লিখিত এই সকলো বিষয়, এনেধৰণৰ মহাত্মাৰ ওচৰতেই প্ৰকাশ পায়। ইয়াতেই ভক্তিমাৰ্গ বা ভক্তিবাদৰ আৰম্ভ হয় আৰু পুৰাণৰ যুগত ইয়াৰ বিস্তৃতি ঘটে। এই যুগত ঈশ্বৰৰ কৃপাা লাভ কৰিবৰ নিমিত্তে তেওঁক সন্তুষ্ট কৰিবলৈ অচলা ভক্তিয়ে প্ৰকৃত উপাসনাৰ পথ অথবা সাধন মাৰ্গ বুলি প্ৰচাৰিত হৈছে। ভাৰতবৰ্ষত ভক্তিবাদ বা ভক্তিমাৰ্গ বুলিলে ঘাইকৈ বৈষ্ণৱ মাৰ্গকে ধৰা হয়। কিন্তু প্ৰকৃতাৰ্থত মাত্ৰ এজন উপাস্য দেৱতাৰ লগত ইয়াৰ সম্বন্ধ নাই। কাৰণ ভক্তি হৈছে উপাসকৰ মানসিক অৱস্থাহে। গতিকে বিষ্ণুৰ প্ৰতি থকা ভক্তিৰ দৰে শিৱৰ প্ৰতি থকা ভক্তি আৰু দূৰ্গাৰ প্ৰতি থকা ভক্তিও ভক্তিয়েই। দক্ষিণ ভাৰতৰ বিষ্ণু নাইবা কৃষ্ণ ভক্ত আলৱাৰসকল আৰু শিৱভক্ত নায়নাৰসকল ভক্ত বা সন্ত ৰূপে সমানে প্ৰসিদ্ধ। কিন্তু তথাপি বৈষ্ণৱ মাৰ্গকেই ভক্তিমাৰ্গ আৰু বৈষ্ণৱ আন্দোলনকে ভক্তি আন্দোলন বুলি কোৱা হয়। ইয়াৰ ঘাই কাৰণ হৈছে অসম তথা সমগ্ৰ ভাৰতবৰ্ষত বৈষ্ণৱ মাৰ্গীয় ভক্তি সাধকৰ সংখ্যাই সৰহ। এই মাৰ্গই সমাজৰ সকলো শ্ৰেণীৰ লোককে প্ৰভাৱিত কৰে। তদুপৰি বৈষ্ণৱ ধৰ্মৰ গীত-পদ তথা পুৰণি পুথিৰ সংখ্যাও বেছি আৰু ভক্তিবাদৰ কথা সিবোৰৰ মাজেৰে বিস্তৃতভাৱে প্ৰকাশ পাইছে। ভক্তিবাদ পূৰ্ণ বিকশিত হৈছে শ্ৰীমদ্ভগৱদগীতা আৰু বিশেষকৈ শ্ৰীমদ্‌ভাগৱত পুৰাণত (অসমৰ লোক সমাজৰ গীত-পদতো এই বিষয়ে পোৱা যায়—শাস্ত্ৰতে উত্তম গীতা ভাগৱত, ধৰ্মতে উত্তম নাম, দেৱতে উত্তম দৈৱকী-নন্দন চৰণে কৰো প্ৰণাম)। অন্য পুৰাণতকৈ ভাগৱত পুৰাণতেই ভক্তিতত্ত্বৰ গভীৰ আৰু বিস্তৃত আলোচনা কৰা হৈছে। শ্ৰীকৃষ্ণই ইয়াত পৰম ব্ৰহ্মৰূপে মূৰ্ত হৈ উঠিছে আৰু বৈষ্ণৱসকলৰ মাজত সৰ্বোত্তম সন্মান লাভ কৰিবলৈ সক্ষম হৈছে। অসমৰ সামাজিক, ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনত ভাগৱত পুৰাণে যে বিশিষ্ট স্থান লাভ কৰি আহিছে সেই বিষয়ত সন্দেহৰ অৱকাশ থাকিব নোৱাৰে। বৈষ্ণৱ গ্ৰন্থৰ বাহিৰেও ব্ৰহ্মপুৰাণ আদি কৰি বাকীবোৰ পুৰাণ উপপুৰাণতো ভক্তিৰ কথা আছে কিন্তু বিস্তৃতি অথবা পূৰ্ণতা লাভ কৰিব পৰা নাই। সেইবাবে বৈষ্ণৱ মাৰ্গকহে ভক্তিমাৰ্গ আৰু বৈষ্ণৱ আন্দোলনকহে ভক্তি আন্দোলন বা বৈষ্ণৱ ধৰ্মকহে ভক্তি ধৰ্ম বুলি ধৰা হয়। ৬ষ্ঠ শতিকামানত দ্ৰাবিড় দেশ অৰ্থাৎ দক্ষিণ ভাৰতত আলোৱাৰসকলে আৰম্ভ কৰা বৈষ্ণৱ ভক্তি আন্দোলনে ১৩ শতিকাৰ শেষৰফালে উত্তৰ ভাৰতলৈ সম্প্ৰসাৰিত হৈ পূব ভাৰতৰ পিনে গতি কৰে। শঙ্কৰদেৱে সৰ্বভাৰতকে প্লাৱিত কৰা সেই ভক্তিধাৰা অসমত বোৱাই দিলে আৰু ১৬ শতিকালৈ উজ্জীৱিত হৈ থকা উক্ত ধাৰাটো প্ৰচাৰিত আৰু

প্ৰসাৰিত হোৱাত শঙ্কৰদেৱৰ সময়তে আৰু পাছতো সহায় কৰিছিল দামোদৰদেৱ, হৰিদেৱ, মাধৱদেৱ, বৈকুণ্ঠনাথ ভট্টাচাৰ্য অনন্ত কন্দলী, শ্ৰীধৰ কন্দলী প্ৰমুখ্যে বৈষ্ণৱ সন্তসকলে। (গ্ৰন্থৰ উপক্ৰমণিকাতে সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ ইতিহাসৰ আভাস দাঙি ধৰা কাৰণে ইয়াত বৰ্ণনা কৰা নহ'ল) শঙ্কৰদেৱে নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবলৈ আৰু ইয়াৰ বাবে সৰ্বভাৰতীয় পটভূমিৰ সাহিত্য হৰিবংশ, বিষ্ণুপুৰাণ, পদ্মপুৰাণ আদিৰ পৰা সমল সংগ্ৰহ কৰিছিল যদিও প্ৰধান অৱলম্বন হিচপে লৈছিল ভাগৱত পুৰাণক। উক্ত পুৰাণৰ অনুবাদৰ উপৰিও প্ৰায় সকলো শ্ৰেণীৰ লিখনিতে ভাগৱতৰ সমল স্পষ্টভাৱেই প্ৰকাশ পাইছে।

## অসমৰ ভক্তিমাৰ্গৰ প্ৰধান বৈশিষ্ট্য ঃ

ওপৰত উল্লেখ কৰা সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ পটভূমিত বা আন্দোলনৰ ফলত শঙ্কৰদেৱৰ নেতৃত্বত নৱবৈষ্ণৱ ভক্তিমাৰ্গ বা ভক্তিবাদে প্ৰচাৰিত আৰু প্ৰসাৰিত হৈ প্ৰতিষ্ঠা লাভ কৰিছে যদিও অসমৰ ভক্তিমাৰ্গৰ কিছুমান সুকীয়া বৈশিষ্ট্য লক্ষ্য কৰা যায়। এই প্ৰসঙ্গতে ইয়াৰ প্ৰধান বৈশিষ্ট্যসমূহৰ চমু আভাস দিলে ভাল হ'ব।

(ক) অসমৰ ভক্তিবাদ প্ৰধানকৈ ভাগৱত পুৰাণ ভগৱদগীতা আশ্ৰয়ী। গতিকে এই ভক্তি কৃষ্ণ বা বিষ্ণুভক্তি প্ৰধান। কাৰণ ভাগৱত আৰু গীতাৰ মাজেৰে বিষ্ণু বা কৃষ্ণক পৰম ব্ৰহ্ম হিচাপে প্ৰতিভাত কৰাই কৃষ্ণ বা বিষ্ণুভক্তিবাদ প্ৰকাশ কৰা হৈছে। শঙ্কৰদেৱ প্ৰমুখ্যে অসমৰ বৈষ্ণৱ সন্তসকলৰ লিখনিৰ মাজেৰে কৃষ্ণভক্তিকে প্ৰচাৰ কৰিছে। অসমৰ ভিন্ ভিন্ প্ৰান্তত স্থাপন হোৱা বৈষ্ণৱ সত্ৰ, সচং আৰু নামঘৰসমূহৰ জৰিয়তে শৰণ মন্ত্ৰ দি কৃষ্ণ নাম মাহাত্ম্য শ্ৰৱণ-কীৰ্তনেৰে গীতা ভাগৱত কেন্দ্ৰীক কৃষ্ণভক্তি ধৰ্মকে প্ৰচাৰ কৰা হৈছে।

(খ) অসমৰ বৈষ্ণৱ ভক্তি ধৰ্ম সমাজৰ সকলো শ্ৰেণীৰ সকলো লোকে (স্ত্ৰী-পুৰুষ উভয়ে) গ্ৰহণ কৰিব পাৰে আৰু ইয়াত সকলোৰে অধিকাৰ আছে।

(গ) এই ভক্তিমাৰ্গত নৱধা ভক্তিৰ ভিতৰত শ্ৰৱণ-কীৰ্তন ভক্তিক শ্ৰেষ্ঠ স্থান দিয়া হৈছে। (ওপৰত ইয়াৰ আলোচনা কৰা হৈছে) ইয়াৰ উল্লেখ দশম, কীৰ্তন, ভক্তি-ৰত্নাকৰ, ভক্তি প্ৰদীপ, নিমি নৱসিদ্ধ সংবাদ, নাম-ঘোষা, ভক্তি-ৰত্নাৱলী, ভক্তি বিৱেক ভাগৱতৰ অনুবাদ প্ৰভৃতি অসমৰ বৈষ্ণৱ গ্ৰন্থসমূহত সুন্দৰভাৱে আছে।

(ঘ) অসমৰ নৱবৈষ্ণৱ ভক্তিমাৰ্গত কেৱল ভক্তিৰ (সগুণ আৰু নিৰ্গুণ)

ওপৰত প্ৰাধান্য দিছে। অৰ্থাৎ শ্ৰৱণ-কীৰ্তন প্ৰমুখ্যে নৱধা ভক্তিৰে মাথো কৃষ্ণক উপাসনা কৰিলে হয়। অন্যান্য অনুষ্ঠান কৰাৰ আৱশ্যক নাই। সগুণ ভক্তি হৈছে সত্ত্ব, ৰজ আৰু তম গুণৰ অধীন হৈ কৰা নৱধা ভক্তি। আকৌ কোনো ফলৰ কামনা নকৰি মনৰ পৰা ভেদ ভাৱ দূৰ কৰি একান্তভাৱে মাথো কৃষ্ণক ভজনা কৰাকে নিৰ্গুণ ভক্তি বুলি কৈছে। গীতাৰ ১৮ দশ অধ্যায়ত শ্ৰীকৃষ্ণই অৰ্জুনক কোৱা বুলি উল্লেখ আছে এইদৰে—"সৰ্ব ধৰ্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ। অহং ত্বাং সৰ্বপাপেভ্যোঃ মোক্ষয়িষ্যামি মা শুচঃ।।" মহাপুৰুষজনাই ভক্তি ৰত্নাকৰ গ্ৰন্থত ভাগৱতৰ পদ আনি এইদৰে উল্লেখ কৰিছে—

নিৰ্গুণ ভকতি একেবিধ মাধৱৰ।।
জানা মাতৃ মোৰ গুণ শ্ৰৱণ মাত্ৰত।
মোতেসে পৰম গতি ভৈলেক সতত।।
ভেদ দূৰ ভৈলে কৰে নিষ্কামে ভকতি।
নিৰ্গুণ ভকতি এহি কহিলো সম্প্ৰতি।। ৫০৬
- - - - - - - - - - - - - - - - - -
এৰাৱৈ গুণক মোৰ ভকতি আচৰি।।
মোতে নিষ্ঠ হুৱা মোক ভক্তি মাত্ৰ কৰে।
তেবে অনায়াসে মোক্ষ পাৱে সিটো নৰে।। ৫০৯

(ঙ) অসমৰ বৈষ্ণৱ ভক্তি হৈছে ৰসময়ী ভক্তি। ৰস মানে আনন্দ। ভগৱানৰ অন্য এক নাম আনন্দও। ৰসময়ী ভক্তিত মুক্তি বা আত্মবিলোপনৰ স্থান নাই। কাৰণ মুক্তি হ'লে বা ভগৱানৰ লগত বিলীন হৈ গ'লে ভগৱানৰ সান্নিধ্য লাভ আৰু চৰণ সেৱাৰ পৰা বঞ্চিত হ'ব লাগিব। এই ভক্তি হৈছে জনমে জনমে ঈশ্বৰৰ চৰণত সেৱা কৰিবলৈ ইচ্ছা কৰা। মাধৱদেৱে নাম-ঘোষাত কৈছে—

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।

সেইদৰে মহাপুৰুষজনাই কীৰ্ত্তনত গাইছে—

নেলাগে লীন মুকুতি তথা।
নাহি হৰিপদ পঙ্কজ যথা।।
কৰ্ণৰ অমৃত হৰি চৰিত।
ভকতৰ মুখে শুনিব নিত।।

(চ) এই ভক্তিমাৰ্গত বেদান্তৰ বিশিষ্টাদ্বৈতবাদতকৈও অদ্বৈতবাদত বেছি গুৰুত্ব দিয়া হৈছে। অৱশ্যে শঙ্কৰদেৱ প্ৰমুখ্যে অসমৰ বৈষ্ণৱ সন্তসকলৰ প্ৰত্যক্ষভাৱে কোনো দাৰ্শনিক সিদ্ধান্তত উপনীত হোৱা লক্ষ্য নাছিল।

তেওঁলোকৰ লিখনিৰ মাজেৰে ভক্তিবাদ প্ৰকাশ কৰিবলৈ লোৱাৰ সময়তে দাৰ্শনিক মত প্ৰকাশ পাইছে। অদ্বৈতবাদে প্ৰাধান্য লাভ কৰাৰ কাৰণ হিচাপে ক'ব পাৰি যে ভাগৱত পুৰাণতেই পৰোক্ষভাৱে অদ্বৈতবাদৰ প্ৰভাৱ পৰিছে। আকৌ শঙ্কৰদেৱ, অনন্তকন্দলী, ভট্টদেৱ আদিৰ ভাগৱত বাখ্যাত, মাধৱদেৱৰ নাম-ঘোষাত ভট্টদেৱ আৰু গোপাল মিশ্ৰ আদিৰ গীতা বাখ্যাত শ্ৰীধৰ স্বামীপাদৰ প্ৰভাৱ মন কৰিবলগীয়া। শ্ৰীধৰ স্বামী হৈছে অদ্বৈতবাদী শঙ্কৰাচাৰ্য পন্থীৰ লোক। তেওঁৰ ভাগৱত আৰু গীতা ভাষ্যত অদ্বৈতবাদৰ প্ৰভাৱ স্পষ্ট। অদ্বৈতবাদৰ মত হৈছে "ব্ৰহ্ম সত্য জগত মিথ্যা।" ভগৱানেই একমাত্ৰ সত্য, বাকী সকলো মায়াময়, মিছা। ভক্তি ৰত্নাকৰ, নাম-ঘোষা, কীৰ্তন, ভাগৱতৰ অনুবাদ প্ৰমুখ্যে অসমৰ বৈষ্ণৱ ধৰ্মীয় গ্ৰন্থসমূহত অদ্বৈতবাদৰ প্ৰভাৱ পৰিছে। প্ৰসঙ্গক্ৰমে অদ্বৈতবাদৰ দুই এটি উদাহৰণ দিলে ভাল হ'ব।

তুমিসে কেৱলে সত্য সবে মায়াময়।
তুমি বিনে সত্য আন বস্তু নাহি কয়।।
এহি তযু তত্ত্বক যিজনে নজানয়।
এহি মহাদোষে ঘোৰ সংসাৰে ভ্ৰময়।। ১১১

(ভক্তিৰত্নাকৰ)

তুমি প্ৰিয়তম জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।।
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুৱৰ্ণ কুণ্ডলে যেন নুহিকে অন্তৰ।।

(কীৰ্ত্তন-ঘোষা)

(ছ) অসমৰ বৈষ্ণৱ ভক্তি মাৰ্গত গুৰু আৰু সৎসঙ্গৰ স্থান অতি উচ্চ। ভক্তি জ্ঞান লাভ কৰিবলৈ হ'লে সৎগুৰুৰ উপদেশ অপৰিহাৰ্য। সৎ গুৰু হৈছে, শাস্ত্ৰজ্ঞ, শান্ত আৰু হৰিভক্তি পৰায়ন। ভট্টদেৱে ভাগৱতৰ কথা আনি "ভক্তি বিৱেক"ত কৈছে এইদৰে— যিলোকে শ্ৰেষ্ঠ ভগৱৎ ভক্তি লক্ষণ জানিবলৈ ইচ্ছা কৰে তেওঁ শব্দ ব্ৰহ্ম আৰু পৰব্ৰহ্ম বিষয়ৰ যথাৰ্থ তত্ত্বজ্ঞানী আৰু উপশান্ত গুৰুৰ শৰণাপন্ন হ'ব। ভগৱন্তই কৈছে মোক জনা, মোৰ তুল্য শান্ত গুৰুক উপাসনা কৰিব লাগে। মহাপুৰুষ শঙ্কৰদেৱে ভক্তি ৰত্নাকৰত লিখিছে ভাগৱতৰ কথা আনি—

ইসব ধৰ্মত তুষ্ট নুহিকো সিমত।
যেন তুষ্ট হওঁ মই গুৰু ভজনত।।
যদি হওঁ সমস্তৰে আত্মা অন্তৰ্যামী।
তথাপিতো গুৰু সেৱাতেসে তুষ্ট আমি।।

ঈশ্বৰ কৃষ্ণৰ বাক্য এহিমানে থৈলোঁ।
গুৰুৰেসে সেৱা মহা কাৰ্য আকে কৈলোঁ।। ২১
- - - - - - - - - - - - - - - - - - - - - -
বেদৰ ৰহস্য-তত্ত্ব সকলে জানন্ত।
কৃষ্ণকো ভকতি বলে সাক্ষাত কৰন্ত। ২৪
এহেন্তে উত্তম গুৰু কহিলো সম্প্ৰতি।
ইহাৰেসে উপদেশে শুদ্ধ হোৱে মতি।।

বৈষ্ণৱ ভক্তিমাৰ্গত গুৰুক ঈশ্বৰ জ্ঞান কৰিব লাগে।

সেইদৰে সৎ-সঙ্গ বা হৰিভকতৰ সান্নিধ্যও ভক্তিমাৰ্গত অতি প্ৰয়োজন। হৰিভক্তিৰ কাৰণে সৎ-সঙ্গ থকা ঠাইকে উত্তম স্থান বুলি কৈছে। কিয়নো সৎ-সঙ্গ বা হৰিভকতসকলে নিৰন্তৰে হৰিনাম শ্ৰৱণ-কীৰ্তন কৰি থকাৰ ফলত তেওঁলোকে নিজে পবিত্ৰ হোৱাৰ উপৰিও আনকো পবিত্ৰ কৰে। হৰিনাম কীৰ্তন কৰি থকা ঠাই তীৰ্থতকৈও বেছি পবিত্ৰ বুলি কৈছে।

জানিবাহা তাৰা সবে তীৰ্থদেৱ হয়।
তথাপিতো সাধু সবে শ্ৰেষ্ঠ অতিশয়।। ৭৮
তীৰ্থেদেৱে চিৰকালে পবিত্ৰ কৰয়।
দৰশন মাত্ৰে শুদ্ধ কৰে সাধুচয়।।

(ভক্তি-ৰত্নাকৰ)

একান্ত ভকত সবে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত
বৈকুণ্ঠক পৰিহৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত।।

(নাম-ঘোষা)

হে নাৰদ, সকলো প্ৰাণীৰ প্ৰতি কৃপালু ঈশ্বৰেই ৰক্ষা কৰিবৰ কাৰণে ভক্তৰূপে সংসাৰত ভ্ৰমণ কৰে। ৩৯৪

(দুৰ্বাসা নাৰদ সংবাদ, ভক্তিবিৱেক)

গতিকে হৰিভক্তিৰ সুফল পাবলৈ হ'লে গুৰুৰ লগতে সৎসঙ্গ অপৰিহাৰ্য।

(জ) অসমৰ নৱ-বৈষ্ণৱ ভক্তি মাৰ্গত নানা দেৱ-দেৱীৰ ঠাইত মাথো উত্তম ভক্তিৰে এক ঈশ্বৰ বিষ্ণুৰ উপাসনাইহে স্থান লাভ কৰিছে। আকৌ বিষ্ণুকো কোনো ফলৰ কামনা নকৰাকৈ শান্ত শুদ্ধ চিত্তে একান্তভাৱে বিষ্ণুৰ নাম শ্ৰৱণ-কীৰ্তন স্মৰণ আদিৰে ভক্তি কৰিব লাগে।

হুয়া শুদ্ধ-মন অতি সকল ইন্দ্ৰিয় বৃত্তি
বিষ্ণুত অযত্নে প্ৰবৰ্ত্তয়।।

নবাঞ্ছয় একো কাম জানিবা তাহাৰে নাম
ভাগৱতী ভকতি উত্তম।
মোক্ষত অধিক ইটো ভকতিৰ সুখ অতি
পৰম আনন্দ নিৰুপম।।

(ভক্তি-ৰত্নাকৰ)

একে বাসুদেৱ তেসে কৰিব ভকতি।
নকৰিবা আন একো দেৱতাত ৰতি।।
ভকতি পন্থত একদেৱ নাৰায়ণ।

(ভক্তি-ৰত্নাৱলী)

ওপৰত উল্লিখিত বৈশিষ্ট্য বা আদৰ্শসমূহ ভিন্ ভিন্ বৈষ্ণৱ গ্ৰন্থৰ কাহিনী, আখ্যান, গীত, পদ, ভণিতাসমূহৰ মাজেৰে প্ৰকাশ পাইছে। ইয়াত মাথো দুই এটি উদাহৰণহে উদ্ধৃত কৰা হৈছে।

# অসমৰ বৈষ্ণৱ-সাহিত্যৰ পটভূমি আৰু সাধাৰণ বৈশিষ্ট্য

অসমৰ বৈষ্ণৱ-সাহিত্যৰ পটভূমি সম্পৰ্কে আলোকপাত কৰিবলৈ যোৱাৰ আৰম্ভণিতে উল্লেখ কৰিব লাগিব যে ভাৰতবৰ্ষৰ বৈষ্ণৱ ধৰ্মৰ অভ্যুদয়ৰ ফলশ্ৰুতিতে বৈষ্ণৱ-সাহিত্যৰ সৃষ্টি হৈছিল। ভাৰতবৰ্ষত বৈষ্ণৱ ধৰ্মৰ গজালি খৃষ্টপূৰ্ব কেইবা শতিকাৰ আগতে ঋক বেদৰ দিনতে মেলিছিল। বেদত বিষ্ণু সূৰ্যৰে এক অভিব্যক্তি। কালক্ৰমত এই বিষ্ণুৱেই বাসুদেৱ, নাৰায়ণ, গোপাল কৃষ্ণৰ লগত সম্পৃক্ত হৈ পৰিল। এই সন্দৰ্ভতে উনুকিয়াব পাৰি যে খৃষ্টপূৰ্ব ৫ম শতিকাৰ পানিনিৰ অষ্টাধ্যায়ীৰ পৰা আৰম্ভ কৰি বিভিন্ন সময়ৰ সাহিত্য, লিপি আৰু শাস্ত্ৰত বাসুদেৱ, নাৰায়ণ, কৃষ্ণ আদিৰ কথা বা বৃত্তান্তৰ উল্লেখ পোৱা যায়। আৰু ইয়াৰ লগে লগে বৈষ্ণৱ ধৰ্মৰো ক্ৰমবিকাশ হ'বলৈ ধৰে। ভাৰতবৰ্ষত বৈষ্ণৱ ধৰ্মৰ ইতিহাস আৰু অসমত ইয়াৰ প্ৰতিফলন সম্পৰ্কে পাতনিতে আলোচনা কৰা হৈছে বাবে ইয়াত পুনৰাই বৰ্ণনা কৰাৰ পৰা বিৰত থকা হ'ল। এই প্ৰসংগতে অৱশ্যে পুনৰাই উল্লেখ কৰি থোৱাটো ভাল হ'ব যে সেই বৈষ্ণৱ বা ভক্তি আন্দোলনৰ ফলতেই ভাৰতবৰ্ষৰ প্ৰান্তীয় ভাষাত বৈষ্ণৱ- সাহিত্যৰ সৃষ্টি হ'বলৈ ধৰিছিল।

যিহেতুকে সাহিত্য আৰু সমাজৰ সম্পৰ্ক নিবিড় গতিকে অসমৰ বৈষ্ণৱ-সাহিত্যৰ পটভূমিৰ আলোচনা প্ৰসংগত তদানীন্তন অসমৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থাৰ বিষয়ে অবগত হোৱাটো আৱশ্যক হ'ব। আনুমানিক চতুৰ্থ পঞ্চম খৃষ্টীয় শতিকাৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত প্ৰাচীন কামৰূপত ৰজাসকলৰ পৃষ্ঠপোষকতাত জ্ঞান চৰ্চা হৈছিল। সেই সময়ৰ তাম্ৰশাসন, হিউয়েনচাঙৰ টোকা, কালিকাপুৰাণ আদিৰ পৰা সেই সময়ছোৱাত বেদ, স্মৃতি, জ্যোতিষ, তন্ত্ৰ, সঙ্গীত আদি বিদ্যাৰ চৰ্চা হৈছিল বুলি গম পোৱা যায়। ইয়াৰপৰা ঠাৱৰ কৰিব পাৰি যে প্ৰাচীন কালৰেপৰা কামৰূপত সাহিত্য আদিৰ চৰ্চা হৈছিল আৰু সমাজত ঠায়ে ঠায়ে সংস্কৃত শিক্ষাৰ টোলত বেদ, স্মৃতি, ৰামায়ণ, মহাভাৰত, পুৰাণ কাব্য আদিৰ শিক্ষা দিয়া হৈছিল।

অসম বুৰঞ্জী, গুৰুচৰিত, শঙ্কৰ চৰিত আদিৰ পৰা লাভ কৰা সমলৰ ভেটিত সিদ্ধান্ত কৰিব পাৰি যে খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ আৰম্ভণিৰ পৰা চতুৰ্দশ

শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ প্ৰায় শেষলৈকে মুছলমানৰ অসম আক্ৰমণ, আহোম, চুটীয়া আৰু কছাৰীসকলৰ মাজত চলা শক্তিৰ অৰিয়াঅৰিৰ কাৰণে অসমৰ ৰাজনৈতিক অৱস্থা সুস্থিৰ নাছিল। উল্লিখিত সমলৰ পৰাই অবগত হ'ব পাৰি যে সেই সময়ছোৱাতে ভালেমান সৰু সৰু গোটৰ মুখীয়াল শ্ৰেণীৰ লোকে বসবাস কৰিছিল আৰু তেওঁলোকক ভূঞা বোলা হৈছিল। এই ভূঞাসকলক অসমীয়া উপাখ্যানত বাৰভূঞা বোলা হয়। এই ভূঞাসকল জমিদাৰ শ্ৰেণীৰ লোক আছিল আৰু বেছিভাগ সময়ত স্বাধীন হিচাপে বসবাস কৰিছিল। অন্য এটি সূত্ৰমতে নামনি অসমৰ কমতাপুৰৰ ৰজা দুৰ্লভ নাৰায়ণৰ ৰজা ধৰ্মনাৰায়ণৰ (এওঁক গৌৰৰ ৰজা বুলি ভবা হয়) সৈতে লগা যুদ্ধৰ এক সন্ধিৰ সৰ্ত্তানুসাৰে ধৰ্মনাৰায়ণে দুলৰ্ভ নাৰায়ণলৈ সাত ঘৰ ব্ৰাহ্মণ আৰু সাত ঘৰ কায়স্থ পৰিয়াল পঠাইছিল। ৰজা দুৰ্লভ নাৰায়ণে সেই কায়স্থসকলক মাটি-বাৰী লগুৱা লিকচৌদি কোনো ঠাইৰ শাসনকৰ্তা পাতে। এই কায়স্থসকলক ভূঞা বোলা হৈছিল। আদিতে কনৌজৰ পৰা অহা এওঁলোকৰ প্ৰথমজন মুখীয়াল লোকৰ নাম আছিল চণ্ডীবৰ আৰু এওঁৰ পৰিনাতি শঙ্কৰদেৱৰ জন্ম হয় নগাওঁৰ বৰদোৱাৰ আলিপুখুৰী নামে ঠাইত ১৩৭১ শকত। এইজনা মহাপুৰুষ শঙ্কৰদেৱৰ নেতৃত্বতে অসমত নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ, প্ৰসাৰ হৈছিল আৰু ইয়াৰ লগতে সৃষ্টি হৈছিল ভালেকেইগৰাকী কবি-সাহিত্যিকৰ দ্বাৰা অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰা ভালেমান মূল্যবান গ্ৰন্থৰ। এই প্ৰসংগতে অন্য এক প্ৰশ্নৰ উদয় হ'ব পাৰে যে অসমত সৃষ্টি হোৱা বৈষ্ণৱ সাহিত্যসমূহ অকল ওপৰত উল্লেখ কৰি অহা সৰ্বভাৰতীয় ভক্তি বা বৈষ্ণৱ আন্দোলনৰ ফলতেই হৈছিল নে শঙ্কৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ কবি সাহিত্যিকসকলে তেওঁলোকৰ পূৰ্বৰ মাধৱ কন্দলী আদি কবি-সাহিত্যিকসকলৰ তথা সমাজৰ অন্য দিশৰ পৰাও প্ৰেৰণা পাইছিল? এই সম্পৰ্কত ওপৰতেই আভাস দিয়া হৈছে যে অতি প্ৰাচীন কালৰ পৰাই অসমত তদানীন্তন ৰজাসকলৰ পৃষ্ঠপোষকতাত সাহিত্য চৰ্চা হৈছিল। প্ৰাক্‌শঙ্কৰীযুগৰ (চতুৰ্দশ শতিকা) ৰজাসকলৰ জ্ঞান স্পৃহাই সৰ্বসাধাৰণক আকৰ্ষণ কৰিছিল আৰু সংস্কৃত ৰচনাৰ মাজত থকা জটিল কথাবোৰ জানিবলৈ ইচ্ছা কৰিছিল আৰু কবিসকলে সেই আকাংখ্যা পূৰণ কৰিছিল। কবিসকলৰ কবিতাৰ মাজেৰে প্ৰকাশ পাইছিল ৰজাসকলৰ পৃষ্ঠপোষকতা আৰু তেওঁলোকে সৰ্বজনৰ হিতসাধনৰ কাৰণে কবিতা লিখিবলৈ যোগোৱা প্ৰেৰণাৰ কথা। যথা—

কবিৰাজ কন্দলি যে আমাকেসে বুলি কয়
কৰিলোহো সৰ্বজন বোধে।
ৰামায়ন সুপয়াৰ শ্ৰীমহামানিক্য যে
বৰাহ ৰাজাৰ অনুৰোধে।।

এই সময়ৰ কামৰূপ কমতাৰ ৰাজনৈতিক বুৰঞ্জী জানিবৰ নিমিত্তে অন্য বিশেষ সমল নাছিল বৰঞ্চ কবিসকলৰ কবিতাৰ মাজেৰে প্ৰকাশ কৰা আত্ম পৰিচয় প্ৰসংগত দিয়া পৃষ্ঠপোষক ৰজাসকলৰ চমু পৰিচয়ৰ পৰাহে বুৰঞ্জীৰ আঁত ধৰিবলগীয়া হয়। এই ৰজাসকলৰ ভিতৰত কমতাৰ ৰজা দুৰ্লভ নাৰায়ণৰ কথা শঙ্কৰদেৱৰ সময়লৈকে বেছিকৈ পোৱা যায়। সম্ভৱ এইজন ৰজাই সকলোতকৈ আগৰ। এওঁক চতুৰ্দ্দশ শতিকাৰ প্ৰথমভাগৰ ৰজা বুলি ধৰা হয়। দুৰ্লভনাৰায়ণৰ পাছত তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ আৰু তাম্ৰধ্বজৰ নাম পোৱা যায়। মাধৱ কন্দলীৰ পৃষ্ঠপোষক শ্ৰীমহামানিক্য সম্ভৱতঃ চতুৰ্দ্দশ শতিকাৰ কছাৰী ৰজা আছিল। শঙ্কৰদেৱৰ "পূৰ্ব কবি অপ্ৰমাদী মাধৱকন্দলী আদি"ৰ সাৱলীল ছন্দোবদ্ধ কবিতাই অসমীয়া সাহিত্যৰ সুন্দৰ জাগৰণ আনে। এই যুগৰ পদ পয়াৰ আৰু ত্ৰিপদী ছন্দৰ কাব্য সাহিত্য সৃষ্টিৰ প্ৰেৰণা ৰাজ সিংহাসনৰ পৰা লাভ কৰাৰ উপৰি সমল বিচাৰি পাইছিল ৰামায়ণ, মহাভাৰত আৰু বামন পুৰাণত। প্ৰাক্‌শঙ্কৰী যুগৰ কবিসকলৰ কবিতাত কোনো ধৰ্মমত প্ৰকাশ কৰা বা প্ৰচাৰ কৰা অভিপ্ৰায় নাছিল। মুলতঃ সৰ্বসাধাৰণৰ চিত্তবিনোদনৰ কাৰণে আছিল যদিও "সৰ্বজন বোধে" সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ আৰু ইয়াৰ আলমত লিখা কাৰণে সেই পুৰাণসমূহত নিহিত থকা নীতিজ্ঞান, তত্ত্ব, ৰাজনীতি, ধৰ্মনীতি আদিৰ বিষয়েও সম্ভেদ পাইছিল আৰু সেই শাস্ত্ৰসমূহ বৈষ্ণৱ মতাৱলম্বী হোৱা কাৰণে ইয়াৰ লগতে বৈষ্ণৱ মত প্ৰচাৰ হ'বলৈ ধৰিলে। গতিকে সিদ্ধান্তলৈ আহিব পাৰি যে শঙ্কৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ কবি-সাহিত্যিকসকলে লিখাৰ প্ৰেৰণা পূৰ্ব কবিসকলৰ পৰাও পাইছিল। শঙ্কৰদেৱে ৰামায়ণৰ উত্তৰাকাণ্ড অনুবাদ কৰা প্ৰসংগত মাধৱ কন্দলীৰ পাণ্ডিত্যৰ কথা স্বীকাৰ কৰাটো এক তাৎপৰ্যৰ বিষয়।

পূৰ্ব কবি অপ্ৰমাদী মাধৱ কন্দলী আদি
তেহে বিৰচিলা ৰামকথা।
হস্তীৰ দেখিয়া লাদ শশা যেন ফাড়ে মাৰ্গ
মোৰ ভৈল তেহ্নয় অৱস্থা।।

শঙ্কৰ দেৱৰ লিখনিৰ বিভিন্ন ক্ষেত্ৰত মাধৱ কন্দলীৰ প্ৰভাব পৰাটো লক্ষ্য কৰিব পাৰি। তথাপি নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ অৰ্থে ৰচনা কৰা বৈষ্ণৱ-সাহিত্য লিখাৰ প্ৰত্যেক্ষ প্ৰেৰণা যে গণতান্ত্ৰিক ৰূপৰ সৰ্বভাৰতীয় বৈষ্ণৱ আন্দোলনৰ পৰা লাভ কৰিছিল সেই কথা স্বীকাৰ কৰিব লাগিব। এই প্ৰসংগতে উল্লেখ কৰিব লাগিব যে অসমত পঞ্চদশ শতিকাৰ শেষৰ ফালে নৱ বৈষ্ণৱ আন্দোলনৰ পাতনি মেলা শঙ্কৰদেৱৰ উদ্ভৱ কালত অসমত এক বিশৃঙ্খল অৱস্থাৰ সৃষ্টি হৈছিল। সমাজত শাক্ত প্ৰমুখ্যে বিভিন্ন মত, আচাৰ, পদ্ধতি, ৰীতি-নীতিয়ে খোপনি পুতিছিল। নৈতিক আদৰ্শ আধ্যাত্মিক সাধনা আৰু সত্য ধৰ্ম আচৰণত

অসুবিধাই দেখা দিয়াত সমাজত কু-আদৰ্শ আৰু অনৈক্যই ঠাই পাইছিল। মুঠতে হিন্দু সমাজত ধৰ্মমতৰ বেমেজালি, কৰ্মৰ অনাহক বাহুল্য, আধ্যাত্মিক সাধনাৰ নামত মালিন্যই প্ৰাধান্য লাভ কৰিছিল। এই অৱস্থাৰ পৰা সমাজক উদ্ধাৰ কৰি প্ৰাচীন সনাতন ধৰ্মৰ আদৰ্শ দাঙি জনসাধাৰণক শুদ্ধ পথ দেখুৱাই সমাজৰ ঐক্য-সংহতি তথা প্ৰগতি লাভ কৰিবলৈ এজন উদ্যোগী, নিষ্ঠাবান, আদৰ্শ পুৰুষৰ আৱশ্যক হৈ পৰিছিল। শ্ৰীমন্ত শঙ্কৰদেৱেই পোনপ্ৰথমে প্ৰধানকৈ শ্ৰীমদ্ ভাগৱতৰ পৰা সংগ্ৰহ কৰা আদৰ্শেৰে অসমীয়া সমাজৰ উপযোগী হোৱাকৈ নৱ বৈষ্ণৱ ধৰ্মক ৰূপদান কৰি উদ্ধাৰ কাৰ্যৰ গুৰি ধৰিছিল। মহাপুৰুষ জনাই ভালদৰে উপলব্ধি কৰিছিল যে অসমৰ বিভিন্ন মতাৱলম্বী লোকৰ মাজত ঐক্য সম্প্ৰীতি, নৈতিক আৰু আধ্যাত্মিক ভাব জগাই তুলিবলৈ হ'লে এটি সহজ আচৰণীয় সাধন পন্থাৰ সন্ধান দিব লাগিব। গুৰুজনাই বিশ্বাস কৰিছিল যে বৈষ্ণৱ ভক্তিমাৰ্গই এই মহান কৰ্ম ফলৱতী কৰিব পাৰিব। সেই উদ্দেশ্যে শঙ্কৰদেৱে ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থভ্ৰমণ, বৈষ্ণৱ সন্তসকলৰ সঙ্গ লাভ আৰু শাস্ত্ৰালাপ ইত্যাদিৰ পৰা লাভ কৰা অভিজ্ঞতাৰে নিজ ঠাই, পাত্ৰ আৰু সময়ৰ উপযোগী হোৱাকৈ প্ৰৱৰ্তন কৰে নতুন ৰূপত বৈষ্ণৱ ভক্তি মাৰ্গ। তেওঁ 'নাম, দেউ, গুৰু আৰু ভকত'' এই চাৰিটি তত্ত্ব অপৰিহাৰ্য অঙ্গস্বৰূপে থকা এক শৰণ-নাম-ধৰ্ম প্ৰচাৰ কৰি জনসমাজক উদ্বুদ্ধ কৰি তোলে।

আগতেই উল্লেখ কৰি অহা হৈছে যে অসমত প্ৰাচীন কালৰ পৰাই বৈষ্ণৱ ধৰ্মৰ এটি ক্ষীণ সুঁতি প্ৰবাহিত হৈ আছিল। সেই বৈষ্ণৱ সাধনা প্ৰধানকৈ মূৰ্তিপৰায়ন বিস্তৃত পূজা অৰ্চনাৰে সমৃদ্ধ ক্ৰিয়াবহুল আৰু ব্যয় বহুল আছিল। পঞ্চৰাত্ৰ সংহিতা, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আদিত এই প্ৰকাৰ বিষ্ণু উপাসনাৰ কথা পোৱা যায়। তেতিয়াও একমাত্ৰ "শ্ৰীকৃষ্ণ ভজনীয় ভগৱান স্বয়ম্"ৰূপে অধিষ্ঠিত হোৱা নাছিল। সেইদৰে প্ৰাক্‌শঙ্কৰী যুগৰ কবিসকলে ৰামায়ণ, মহাভাৰত আৰু বামন পুৰাণৰ অনুবাদ কাৰ্য আৰু ইয়াৰ আলমত সৃষ্টি কৰা কবিতাবোৰেও বৈষ্ণৱ ধৰ্মৰ আভাস দিছিল যদিও সেই কবিসকলৰ প্ৰত্যেক্ষ উদ্দেশ্য ধৰ্মপ্ৰচাৰ কৰা নাছিল। গতিকে ক'ব পৰা যায় যে পৰোক্ষভাবে হ'লেও মহাপুৰুষজনাই প্ৰাচীন অসমৰ কবি-সাহিত্যিকসকলৰ লিখনিৰ পৰা নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰাৰ প্ৰেৰণা লাভ কৰিছিল। এই প্ৰসংগতে ডং মহেশ্বৰ নেওগদেৱৰ এটি মন্তব্য উল্লেখ কৰিব পাৰি। "মাধৱ কন্দলি আদি পূৰ্ব কবিৰ ৰামায়ণ, মহাভাৰত আৰু বামন পুৰাণৰ পদ ভাঙনি; সমসাময়িক দুৰ্গাবৰৰ গীতি ৰামায়ণ আৰু পীতাম্বৰৰ দশমস্কন্ধ ভাগৱতৰ পদ ৰচনা এই সকলোবোৰে শ্ৰীমন্ত শঙ্কৰৰ নৱ-বৈষ্ণৱ আন্দোলনৰ পটভূমিকা আমাৰ চকুৰ আগত স্পষ্ট কৰি ধৰে।"[১] অৱশ্যে এই সন্দৰ্ভতে উনুকিয়াই থোৱাটো উচিত হ'ব যে প্ৰাচীন

কালৰপৰা অসমত প্ৰবাহিত হৈ থকা বৈষ্ণৱ ধৰ্মই সমাজৰ সৰ্বস্তৰৰ লোকৰ হৃদয় মন স্পৰ্শ কৰিব পৰা নাছিল। কিন্তু মহাপুৰুষ শঙ্কৰদেৱে দক্ষিণ ভাৰতৰ আলোৱাৰসকলৰ ঐকান্তিক চেষ্টাৰ ফলত উদ্ভৱ হোৱা আৰু পাছত উত্তৰ ভাৰতলৈ গতি কৰা বৈষ্ণৱ ভক্তিধৰ্মক পোন প্ৰথমে অসমত প্ৰৱৰ্তন কৰি সমাজৰ সৰ্বস্তৰৰ লোকৰ হৃদয় স্পৰ্শ কৰিব পাৰিছিল। গতিকে ক'ব পৰা যায় যে সৰ্বভাৰতীয় পটভূমিৰ বৈষ্ণৱ ধৰ্মকে মহাপুৰুষজনাই প্ৰচাৰ কৰিছিল আৰু ইয়ে নৱবৈষ্ণৱ ধৰ্ম হিচাপে খ্যাত হৈছিল। তদুপৰি ইয়াৰ যিবোৰ বিশেষত্ব আছে সেইবিলাকৰ কাৰণেও ইয়াক এক-শৰণ-নাম-ধৰ্ম বুলিও আখ্যা দিয়া হয়। এতিয়া মহাপুৰুষজনাৰ দ্বাৰা প্ৰচাৰিত বৈষ্ণৱ ভক্তি ধৰ্মৰ বৈশিষ্ট্যসমূহৰ চমু আভাস দিবৰ বাবে প্ৰয়াস কৰা হ'ব।

(১) এই ধৰ্ম প্ৰাধানতঃ শ্ৰীমদ্‌ভাগৱত কেন্দ্ৰীক। শঙ্কৰদেৱে শ্ৰীধৰ স্বামীৰ টীকা সম্বলিত ভাগৱতৰ মূল আদৰ্শ বা তত্ত্বৰ ভেটিত পোনপ্ৰথমে অসমৰ সমাজৰ উপযোগী হোৱাকৈ বৈষ্ণৱ ধৰ্মমত প্ৰৱৰ্তন কৰে। যিহেতুকে ভাগৱতৰ মাজেৰে বেদান্ত দৰ্শনৰ ভাষ্য বিবৃত হৈছে গতিকে শঙ্কৰদেৱৰ ধৰ্মমতৰ মজেৰে পৰোক্ষভাবে বেদান্ত সূত্ৰসমূহ প্ৰকাশ পাইছে। কিন্তু বেদান্ত দৰ্শন ব্যাখ্যা কৰা তেওঁৰ অভিপ্ৰায় নাছিল।

(২) একেশ্বৰীবাদী এই ধৰ্ম কৃষ্ণভক্তি প্ৰধান। কৃষ্ণই হৈছে পৰম ব্ৰহ্ম পৰমেশ্বৰ আৰু একমাত্ৰ উপাস্য দেৱতা। শ্ৰীকৃষ্ণত এক-শৰণ ভক্তিয়েই জীৱৰ তৰণৰ উপায়। এই ধৰ্মৰ ভক্তি হৈছে ৰসময়ী ভক্তি। ভক্তিৰ জৰিয়তে মুক্তি নিবিচাৰি ভগৱানৰ চৰণত আশ্ৰয় পাবৰ বাবেহে প্ৰাৰ্থনা। গতিকে ইয়াত ভক্তিক শ্ৰেষ্ঠ স্থান দিয়া হৈছে।

(৩) বৈষ্ণৱ ভক্তিধৰ্মত নৱধা ভক্তিৰ ভিতৰত শ্ৰৱণ-কীৰ্তনক শ্ৰেষ্ঠ স্থান দিয়া হৈছে আৰু ইয়াৰ দাস্য ভাব (দাসোহহং)ৰ প্ৰশস্ততা দেখুৱা হৈছে। নিৰ্গুণ কৃষ্ণৰ গুণৰ শ্ৰৱণ-কীৰ্তনকে শ্ৰেষ্ঠ স্থান দিয়া হৈছে কাৰণে শঙ্কৰদেৱৰ ধৰ্মক "নাম-ধৰ্ম" বোলা হয়।

(৪) নাম আৰু নামী অভেদ। গতিকে নামৰ আধাৰ ভাগৱত শাস্ত্ৰ প্ৰত্যক্ষ কৃষ্ণ।

(৫) ভক্তিৰ ক্ষেত্ৰত কোনো জাতিভেদ নাই। ভক্তিৰ দুৱাৰ সকলোৰে বাবে খোলা। সকলো গোষ্ঠী, সম্প্ৰদায়ৰ লোকে ভক্তি আচৰণ কৰিব পাৰে।

(৬) সৎ সঙ্গ বা হৰিভকত আৰু গুৰু ভক্তি আচৰণৰ ক্ষেত্ৰত অতি প্ৰয়োজন। বিষ্ণু আৰু বৈষ্ণৱক অভেদ জ্ঞান কৰিব লাগে। সৎ সঙ্গৰ সান্নিধ্যত হৰি কীৰ্তন কৰিলে সাধনাত সিদ্ধি লাভ কৰাত সহজ হয়। ভক্তিৰ গূঢ় তত্ত্ব বুজি

পাবৰ কাৰণে উত্তম গুৰুৰ আৱশ্যক। সৎ আৰু শাস্ত্ৰজ্ঞ গুৰুৰ উপদেশ মতে ভক্তিপথত অগ্ৰসৰ হোৱা দৰ্কাৰ।

(৭) যাগ-যজ্ঞ, তপস্যা-ব্ৰত আদি কষ্টসাধ্য আৰু ক্ৰিয়াবহুল সাধন বা উপাসনাৰ বাবে অনুপযোগী।

(৮) অহিংসা, প্ৰেম, দয়া আদি সৎ প্ৰবৃত্তি কৰ্ষণৰ ওপৰত গুৰুত্ব দিয়া হৈছে। উত্তমভক্ত হ'বলৈ অথবা ভক্তিৰ পথত আগবাঢ়িবলৈ হ'লে এই সৎগুণবোৰ আহৰণ কৰিব লাগিব।

ওপৰত উল্লেখ কৰা নীতি আৰু আদৰ্শসমূহ সহজ আৰু বিস্তৃত ভাবে বুজাই দিবৰ বাবে আৰু সৰ্বস্তৰৰ লোকৰ শ্ৰৱণ, কীৰ্তন, স্মৰণ আদিৰ সুবিধাৰ কাৰণে আৰু তেওঁলোকৰ উপযোগী হোৱাকৈ শঙ্কৰ মহাপুৰুষ আৰু বৈষ্ণৱ সন্তসকলে কাব্য, নাট, গীত, পদ আদি ৰচনা কৰিছিল। তেওঁলোকৰ লিখনিৰ সৰহভাগেই আছিল অনুবাদমূলক। কিন্তু ইয়াক সম্পূৰ্ণ ভাবে আক্ষৰিক বা মূলানুগ বুলি ক'ব নোৱাৰি। গ্ৰন্থৰ পাতনিতে উল্লেখ কৰা হৈছে যে বৈষ্ণৱ কবি সাহিত্যিকসকলক সামৰি প্ৰাচীন কবি সাহিত্যিকসকলৰ সামাজিক দায়বদ্ধতা আছিল। তেওঁলোকৰ ৰচনাৰ জৰিয়তে লোক শিক্ষা দিয়াও অন্যতম উদ্দেশ্য আছিল। বৈষ্ণৱ কবি-সাহিত্যিকসকলেও তেওঁলোকৰ ৰচনাৰ মাধ্যমেৰে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰাৰ লগতে সমাজৰ সকলো শ্ৰেণীৰ জনগণৰ উপযোগী হোৱাকৈ এক নৈতিক আৰু আধ্যাত্মিক আদৰ্শ দাঙি ধৰি সকলোৰে মাজত ঐক্য-সংহতি আৰু জাতীয়তাবোধৰ ভাব জগাই তুলি সমাজৰ প্ৰগতি সাধন কৰিবলৈ বিচাৰিছিল। গতিকে কবি-সাহিত্যিকসকলে তেওঁলোকৰ ৰচনাসমূহ যে দেশ-কাল-পাত্ৰৰ উপযোগী কৰি ইয়াক সৃষ্টিশীল প্ৰতিভা আৰু নান্দনিক চেতনাৰে সংবেদনশীল আৰু আকৰ্ষণীয় কৰি তুলিছিল সেয়া সহজে অনুমেয়। তদুপৰি তদানীন্তন সময়ৰ ৰক্ষণশীল ব্যক্তিৰ মনত প্ৰতীতি জন্মাবলৈ সকলো কথা শাস্ত্ৰসন্মত হ'ব লাগিছিল। এই সকলোবোৰ কাৰণতে কবি-সাহিত্যিকসকলে ভাগৱতপুৰাণ, হৰিবংশ, বিষ্ণুপুৰাণ, ৰামায়ণ, মহাভাৰত প্ৰভৃতি পৌৰাণিক গ্ৰন্থসমূহ অনুবাদ আৰু সেই গ্ৰন্থবোৰৰ আলমত বিভিন্ন কাহিনী, গীত, কাব্য, নাট আদি ৰচনা কৰিছিল। আকৌ সেই লিখনিসমূহ সমাজৰ সকলো শ্ৰেণীৰ মনঃপুত হোৱাকৈ স্থানীয় ৰহণ আৰু নিজস্ব কলা-কৌশলেৰে সজাই কলাত্মক ৰূপত মূৰ্ত কৰি তুলিছিল শঙ্কৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ সন্তসকলে। থুলমূলভাৱে বৈষ্ণৱ সাহিত্যক ভাগৱত সাহিত্য, ৰামায়ণীসাহিত্য, মহাভাৰতীয় সাহিত্য, পৌৰাণিক সাহিত্য আৰু চৰিত সাহিত্যত ভাগ কৰিব পাৰি। এই সন্দৰ্ভতে বৈষ্ণৱ সাহিত্যৰ সাধাৰণ বৈশিষ্ট্যৰ চমু আভাস দিবলৈ প্ৰয়াস কৰা হ'ব।

(১) সৰ্বভাৰতীয় পটভূমিৰ সাহিত্য অনুবাদ কৰিলেও সুবিধানুযায়ী উপযুক্ত পৰিৱেশ সৃষ্টি কৰিবৰ নিমিত্তে যত্নপৰ হৈছিল। বিবাহ প্ৰমুখ্যে অসমৰ স্থানীয় উৎসৱ, পিঠাপনা, খোৱা-লোৱা, গালি-তিৰস্কাৰ, আ-আলঙ্কাৰ, পিন্ধা-উৰা, ঘৰ-বাৰী, গছ-গছনী, চৰাই আদিৰ বৰ্ণনাৰে অসমীয়া পৰিৱেশ সৃষ্টি কৰিছিল। এইবিলাক কাৰণতে বৈষ্ণৱ কাব্য নাট আদিত চৰিত্ৰ-চিত্ৰন আদিৰে লৌকিক কাব্যৰ কিছু লক্ষণ প্ৰকাশ পাইছে আৰু অনুবাদৰ ক্ষেত্ৰতো ব্যতিক্ৰম দেখা গৈছে। অৰ্থাৎ অনুবাদ কৰোঁতে মূলক অনুসৰণ কৰিছে যদিও প্ৰত্যেক আখ্যান বা প্ৰত্যেক শ্লোক অবিকল অনুবাদ কৰা নাই। প্ৰয়োজনবোধে মূলতকৈ চুটি অথবা দীঘল কৰিছে। কিন্তু অনুবাদৰ ক্ষেত্ৰত মূলৰ আচল বা অপৰিহাৰ্য কথাৰ পৰা আঁতৰি অহা নাই। অৱশ্যে মূল গ্ৰন্থসমূহৰ আলমত যিবোৰ কাব্য সৃষ্টি কৰা হৈছে সিবোৰত বৈষ্ণৱ কবিসকলৰ স্বাধীনতা পোৱা দেখা গৈছে।

(২) সাধাৰণতে মানুহে, বিশেষকৈ লোকসমাজৰ জনগণে কাহিনী শুনি বা পঢ়ি ভাল পায়। তদানীন্তন অসমৰ গাঁৱলীয়া সমাজৰ লোকসকল অনাখৰী হ'লেও শিক্ষিত আছিল। তেওঁলোকে ৰামায়ণ, মহাভাৰত, ভাগৱত আদি ধৰ্মীয় শাস্ত্ৰৰ জ্ঞান আছিল আৰু সেই গ্ৰন্থবোৰৰ কাহিনী শুনি ভাল পাইছিল। এই জনপ্ৰিয়তাৰ কাৰণে বৈষ্ণৱ কবিসকলে তেওঁলোকৰ লিখনিৰ মাজেৰে ভক্তি-ধৰ্ম প্ৰচাৰৰ সুবিধাৰ্থে উল্লিখিত শাস্ত্ৰসমূহত থকা কাহিনী বা আখ্যানসমূহ নিজস্ব প্ৰতিভাৰে ৰসালকৈ কাব্যৰ ৰূপত সজাই তুলিছিল। সেই কাৰণে বৈষ্ণৱ সাহিত্যত কাহিনী কাব্যৰ সংখ্যা অধিক দেখা যায়। উল্লেখযোগ্য যে ভাগৱততকৈ ৰামায়ণ মহাভাৰত আদি পুৰাণ উপ-পুৰাণৰ পৰা সংগ্ৰহ কৰা কাহিনীক অৱলম্বন কৰি সৃষ্টি কৰা কাহিনী কাব্যসমূহত কবিৰ স্বকল্পনাৰ ৰহণ-সনাৰ স্বাধীনতা সৰহ।

(৩) বৈষ্ণৱ সাহিত্যত ভক্তিৰ ওপৰত বেছি প্ৰাধান্য দিয়া হৈছে। কাৰণ সাহিত্য সৃষ্টিৰ মূল উদ্দেশ্য আছিল বৈষ্ণৱ ভক্তিধৰ্ম প্ৰচাৰ কৰা। কিন্তু সেই হ'লেও সেই ৰচনাসমূহ কাব্য-সাহিত্যৰ নান্দনিক সৌন্দৰ্যৰে সমৃদ্ধ হৈ সহৃদয় পাঠক শ্ৰোতাৰ অন্তৰ স্পৰ্শ কৰিব পাৰিছে।

(৪) শঙ্কৰদেৱ প্ৰমুখ্যে কবি-সাহিত্যিকসকলে মূল গ্ৰন্থত থকা নীৰস, তত্ত্বগধুৰ দাৰ্শনিক কথাসমূহ যথা সম্ভৱ সহজ-সৰল আৰু চমুকৈ বৰ্ণনা কৰা দেখা যায়। তদুপৰি দাৰ্শনিক তত্ত্ববিলাকক ভক্তি প্ৰধান আৰু প্ৰাৰ্থনা ৰূপত সজাই তুলি পাঠক শ্ৰোতাৰ মনত ভক্তিৰ ভাব জগাই তুলিবলৈ চেষ্টা কৰিছে।

(৫) বৈষ্ণৱ-সাহিত্যত হাস্য, করুণ, শৃঙ্গাৰ আদি ৰসৰ সমাৱেশ আছে যদিও ভক্তিৰসেই প্ৰাধান্য লাভ কৰিছে আৰু ভক্তিৰসৰ পৰা যাতে পাঠক শ্ৰোতাৰ মন আঁতৰি আহিব নোৱাৰে তাৰ প্ৰতি সততে দৃষ্টি ৰখা হৈছিল। সেই

কাৰণে অন্যান্য ৰস সৃষ্টিত বাধাপ্ৰাপ্ত হৈছে। আকৌ বৈষ্ণৱ-ভক্তি-ধৰ্ম প্ৰচাৰ কৰাই মুখ্য উদ্দেশ্য হোৱা কাৰণে বৈষ্ণৱ-সাহিত্যত জন সমাজৰ সুখ, দুখ, আশা, আকাঙ্খা, প্ৰেম বিৰহ আদিৰ সম্যক প্ৰতিচ্ছবি ইয়াত প্ৰতিফলিত হোৱা দেখা নেযায়। কিন্তু তথাপি সুবিধানুযায়ী সমাজৰ খণ্ড চিত্ৰ হ'লেও প্ৰকাশ হোৱা পৰিলক্ষিত হয়। আৰু সেই চিত্ৰবোৰেই লিখনিসমূহৰ লগত সহৃদয় পাঠক শ্ৰোতাৰ একাত্মীয়তা স্থাপনত সহায় কৰিছে। ইয়াৰ উদাহৰণ হিচাপে শঙ্কৰদেৱৰ পাৰিজাত হৰণ নাট, ৰুক্মিণী হৰণ কাব্য আৰু মাধৱদেৱৰ অৰ্জুনভঞ্জন নাট, সেইদৰে অনন্তকন্দলীৰ কুমৰহৰণ কাব্য আৰু ৰামসৰস্বতীৰ ভীমচৰিতলৈ আঙুলিয়াব পাৰি।

(৬) বৈষ্ণৱ সাহিত্যৰ ৰূপ অনুসৰি সিবোৰক (ক) কাব্য (খ) নাট (গ) গীত (ঘ) চৰিত সাহিত্য আৰু (ঙ) গদ্যত ভাগ কৰিব পাৰি।

(৭) বৈষ্ণৱ কাব্য-সাহিত্য এক কৃত্ৰিম সাহিত্যিক ঠাচত ৰচিত হৈছিল। কৃত্ৰিম ভাষা ব্ৰজবুলি ব্যৱহাৰ হৈছিল যদিও লিখনিৰ বেছিভাগত আৰু পিছলৈ সকলো বিলাকতেই অসমীয়া ভাষা ব্যৱহাৰ হৈছিল। অসমীয়া ভাষাত পূৰ্ব কবি মাধৱ কন্দলী আদিৰ প্ৰভাৱ সুস্পষ্ট। তেওঁলোকে ব্যৱহাৰ কৰা পয়াৰ, দুলড়ী, ছবি আৰু ঝুমুৰ ছন্দৰ উপৰিও দীৰ্ঘত্ৰিপদী, কুসুমমালা আৰু ঝুনা ছন্দ প্ৰয়োগ কৰিছে।

---

**পাদটীকা**

১। ড° নেওগ মহেশ্বৰ— অসমীয়া সাহিত্যৰ ৰূপৰেখা। পৃষ্ঠা— ৮১

# দ্বিতীয় ভাগ

## শঙ্কৰদেৱৰ সাহিত্যৰ আভাস

আৰম্ভণিতে পুনৰ উল্লেখ কৰি থোৱাটো উচিত হ'ব যে সৰ্বভাৰতীয় পটভূমিৰ নৱবৈষ্ণৱ ধৰ্ম অসমত পোন প্ৰথমে শঙ্কৰদেৱে প্ৰৱৰ্তন কৰিছিল আৰু ই প্ৰসাৰ আৰু প্ৰতিষ্ঠা তেওঁৰ নেতৃত্ব আৰু যত্নতে লাভ কৰিছিল। এই ধৰ্মৰ মত তথা আদৰ্শসমূহ প্ৰচাৰৰ অৰ্থে তেওঁ বিপুলসংখ্যক উচ্চমানবিশিষ্ট গ্ৰন্থ সৃষ্টি কৰিছিল আৰু সিবিলাকে সমাজত প্ৰভূত সমাদৰ লাভ কৰাৰ লগতে গুৰুজনাৰ সমসাময়িক সহযোগী, অনুগামী আৰু পৰৱৰ্তী সময়ৰ বৈষ্ণৱ কবি-সাহিত্যিকসকলক লিখাৰ প্ৰেৰণা দিছিল। ইয়াৰ ফলতেই সেই যুগৰ কবি-সাহিত্যিকসকলে ৰচনা কৰা সাহিত্যৰ দ্বাৰা অসমীয়া সাহিত্যৰ ভঁৰাল বিস্তাৰিত হৈছিল। এই বিলাক কাৰণতে এই যুগক শঙ্কৰী যুগ আৰু অসমীয়া সাহিত্য বিস্তাৰৰ যুগ বুলিও কোৱা হয়। গতিকে সিদ্ধান্তলৈ আহিব পাৰি যে আগতে বৈষ্ণৱ সাহিত্যৰ সাধাৰণ বৈশিষ্ট্যৰ যি আভাস দি অহা হৈছে সেয়া শঙ্কৰদেৱৰ সাহিত্যৰাজিৰ বৈশিষ্ট্যৰে প্ৰকাশ। তদুপৰি ইয়াৰ পিছত নিৰ্দিষ্ট শিতানসমূহত মহাপুৰুষজনাৰ বিভিন্ন দিশৰ সাহিত্যৰ আলোচনা আগবঢ়োৱা প্ৰসংগতো বৈশিষ্ট্যসমূহ প্ৰকাশ পাইছে। গতিকে ইয়াত পুনৰাই সেই আলোচনাৰ পৰা বিৰত থকা হ'ল।

গুৰুচৰিতৰ মতে জন্মৰ সময়তে মাক সত্যসন্ধাক হেৰুৱাব লগা হোৱা শঙ্কৰদেৱে বুঢ়ীমাক খেৰসুতীৰ যত্নতে মহেন্দ্ৰ কন্দলিৰ টোলত নানা শাস্ত্ৰ অধ্যয়ন কৰি জ্ঞান আহৰণ কৰিছিল আৰু সেই অৱস্থাতেই কাব্য লিখাৰ পাতনি মেলিছিল। গুৰুচৰিতত পোৱা আৰু বৈষ্ণৱ সন্তসকলৰ সাধাৰণ বিশ্বাস মতে ছাত্ৰাৱস্থাতে শঙ্কৰদেৱে হৰিশ্চন্দ্ৰ উপাখ্যান লিখি ভকতিৰ চাৰিখুটি মাৰিছিল। ল'ৰাকালতে পিতৃ কুসুম্বৰ ভূঞাৰ মৃত্যু হোৱাত পিতৃৰ বিষয়বাব (শিৰোমণি ভূঞা) গ্ৰহণ কৰি সংসাৰৰ দায়িত্ব মূৰ পাতিলৈ ১৪৭০ চনত সূৰ্য্যৱতী আইক বিয়া কৰাইছিল শঙ্কৰদেৱে। এটি কন্যা এৰি সূৰ্য্যৱতী ঢুকোৱাত গুৰুজনাৰ মনত বৈৰাগ্যৰ ভাব জন্মে আৰু তেওঁ ১৪৮১ চনৰ পৰা প্ৰায় বাৰ বছৰ কাল শ্ৰীক্ষেত্ৰ জগন্নাথ পুৰীকে আদি কৰি উত্তৰ-ভাৰতৰ ভালেমান ঠাই আৰু তীৰ্থ ভ্ৰমণ কৰিছিল। সেই

সময়ছোৱাত গণতান্ত্রিক ৰূপৰ নৱবৈষ্ণৱ আন্দোলনৰ প্রভাৱে মহাপুৰুষজনাক প্রভাবান্বিত কৰিছিল আৰু আধ্যাত্মিক জীৱনৰ নতুন গতি লগাই দিছিল। বৈষ্ণৱ সন্তসকলৰ ধাৰণা যে শ্রীক্ষেত্রতেই জগন্নাথৰ প্রসাদত তেওঁ জ্ঞানভক্তিৰ জ্যোতি লাভ কৰিছিল। তীৰ্থৰ পৰা প্রত্যাবর্তন কৰি শঙ্কৰদেৱে বৰদোৱাত থিতাপি লোৱা সময়তে জগদীশ মিশ্রই শ্রীধৰ স্বামীৰ টীকা সম্বলিত ভাগৱত পুৰাণ এখন দি গৈছিল। এই টীকা সম্বলিত ভাগৱত গ্রন্থই মহাপুৰুষজনাৰ জীৱনত তথা অন্যান্য বৈষ্ণৱ সন্তসকলৰ ওপৰত যে বিপুল প্রভাৱ পেলাইছিল সেই বিষয়ে বিভিন্ন স্থানত উল্লেখ কৰা হৈছে। এই প্রভাৱৰ কাৰণে অসমৰ বৈষ্ণৱ ধৰ্মক ভাগৱতী বৈষ্ণৱ ধৰ্মও বোলা হয়। শঙ্কৰদেৱে বৰদোৱাত কীৰ্তন পুথি ৰচনা কৰি ভক্তিধৰ্ম প্রচাৰৰ প্রথম বাণী প্রচাৰ কৰিছিল। ইয়াতে গুৰুজনাই কীৰ্তনঘৰ সাজি বৈষ্ণৱভক্তিৰ প্রথম খুটিটি মাৰিছিল আৰু সত্র আৰু নামঘৰৰ বীজ ৰোপণ কৰিছিল। এই সত্র স্থাপনৰ প্রসংগতে উল্লেখ কৰিব লাগিব যে অসমৰ নৱবৈষ্ণৱ ধৰ্ম বা একশৰণ নামধৰ্মৰ লগত সত্রসমূহ নিবিড়ভাৱে সম্পৃক্ত হৈ আছে। এই সত্রসমূহতে বৈষ্ণৱ ভকতসকলক শৰণমন্ত্র দিয়াৰ উপৰিও ভিন্ ভিন্ প্রকাৰে বৈষ্ণৱ ধৰ্ম প্রচাৰ আৰু প্রসাৰ কৰাৰ ক্ষেত্রত সত্রসমূহে প্রধান ভূমিকা লৈছিল। মন কৰিবলগীয়া কথা যে এই সত্রসমূহৰ আশ্রয়তে বৈষ্ণৱ সন্তসকলে ধৰ্ম প্রচাৰৰ অৰ্থে সৃষ্টি কৰিছিল গীত, পদ তথা অমূল্য গ্রন্থসমূহ। এইদৰে বিভিন্ন সত্রত থকা অৱস্থাতে গুৰুজনাৰ কাপৰ পৰা সৃষ্টি হৈছিল অতুলনীয় কাব্য সাহিত্যৰ। এতিয়া বিষয়বস্তু, ৰচনাৰ গঢ় বা সাহিত্যিক ৰূপ অনুসৰি শঙ্কৰদেৱৰ গ্রন্থসমূহক ভাগ কৰিবলৈ চেষ্টা কৰা হ'ব।

(১) কাব্য বা উপাখ্যান ঃ হৰিশ্চন্দ্র উপাখ্যান, ৰুক্মিণীহৰণ, বলিছলন, অমৃত-মথন, অজামিলোপাখ্যান আৰু কুৰুক্ষেত্র।

(২) ভক্তিতত্ত্ব প্রধান ৰচনা ঃ ভক্তি প্রদীপ, নিমি-নৱসিদ্ধ-সংবাদ, আনাদি পাতন আৰু ভক্তি ৰত্নাকৰ (প্রকৰণ শ্রেণীৰ)।

(৩) অনুবাদ সাহিত্য ঃ ভাগৱত পুৰাণৰ ১ম, ২য়, ১০ম, ১১শ, ১২শ স্কন্ধৰ ভাঙনি আৰু ৰামায়ণৰ উত্তৰাকাণ্ড।

(৪) নাট ঃ পত্নীপ্রসাদ, কালিদমন, কেলিগোপাল, ৰুক্মিণীহৰণ, পাৰিজাত হৰণ আৰু ৰাম বিজয়।

(৫) গীত ঃ বৰগীত, ভটিমা, টোটয় আৰু চপয়।

(৬) নাম-প্রসঙ্গ ঃ কীৰ্তন আৰু গুণমালা।

ওপৰত সাধাৰণভাৱে উল্লেখ কৰা অমূল্য সম্পদ স্বৰূপ সাহিতৰাজি শঙ্কৰদেৱে তেওঁৰ প্রায় এশবছৰীয়া সাহিত্যিক জীৱনকালৰ ভিন্ ভিন্ সময়ত ভিন্ ভিন্ ঠাইত অনুকূল-প্রতিকূল পৰিৱেশত ৰচনা কৰিব লগা হৈছিল। কাৰণ তেওঁ বিভিন্ন পৰিস্থিতিৰ সন্মুখীন হৈ অসম, কামৰূপ আৰু কোচবেহাৰৰ বিভিন্ন ঠাইত

থাকিব লগা হৈছিল। কিন্তু মন কৰিবলগীয়া কথা এই যে গুৰুজনাই য'তেই থিতাপি লৈছিল ত'তেই নামঘৰ, সত্ৰ আদি স্থাপন কৰিছিল। আৰু ক'বলৈ গ'লে এই সত্ৰায়ান পৰ্বতে বৈষ্ণৱ সাহিত্যৰ সৃষ্টি আৰু বিকাশ ঘটাৰ লগতে ধৰ্মই প্ৰসাৰ লাভ কৰিছিল। মহাপুৰুষ শঙ্কৰদেৱে ওপৰত উল্লিখিত কোনখন গ্ৰন্থ কোন ঠাইত কোন সময়ত ৰচনা কৰিছিল তাৰ সঠিক তাৰিখবোৰ নিৰূপণ কৰা টান হ'লেও গুৰুচৰিতত থকা বিৱৰণ আৰু নিৰ্দিষ্ট গ্ৰন্থসমূহৰ ভিতৰৰ উল্লেখন আৰু লক্ষণৰ পৰা যুগুত কৰা প্ৰমাণৰ ভেটিত সিবোৰৰ ৰচনাৰ এটি ক্ৰম নিৰ্ধাৰণ কৰিব পৰা যায়। সেই অনুসাৰে দুই এক বিশিষ্ট আলোচকে গ্ৰন্থসমূহৰ ৰচনাৰ ক্ৰম তলত উল্লেখ কৰা ধৰণে নিৰূপণ কৰিব বিচাৰে। সেইমতে ৰচনাৰ সময়ৰ তিনিটা ভাগ কৰা হৈছে।

প্ৰথম ভাগ হৈছে আদি বা বাৰভূঞা ৰাজ্যত কটোৱা কাল (১৪৩৮ শকলৈ)। এই সময়ছোৱাৰ ৰচনাসমূহ হৈছে (ক) হৰিশ্চন্দ্ৰ উপাখ্যান, ভক্তিপ্ৰদীপ, কীৰ্তন-ঘোষাৰ উৰেষা বৰ্ণন, ৰুক্মিণীহৰণ কাব্য, প্ৰথমটো বৰগীত আৰু ভাগৱতৰ কিছু স্কন্ধ অনুবাদেৰে কীৰ্তন-ঘোষাৰ কেইটামানখণ্ড আৰু গুণমালাৰ কিছু অংশ।

দ্বিতীয় ভাগ বা মধ্যভাগ হৈছে অসম ৰাজ্যত কটোৱা কাল (১৪৩৮ শকৰপৰা ১৪৬৫ শক মানলৈ)। এই সময়ছোৱাত কীৰ্তন-ঘোষাৰ কিছু অংশ, পত্নীপ্ৰসাদ নাট আৰু ভাগৱতৰ দশম স্কন্ধৰ কিছু অনুবাদ।

তৃতীয় বা শেষভাগ হৈছে কোচৰাজ্যত কটোৱা কাল (১৪৬৮ শক মানৰ পৰা ১৪৯০ শকলৈ)। এই কালছোৱা হৈছে অপক্ষাকৃত শান্তিৰ আৰু ভক্তি আন্দোলনে পূৰ্ণতা লাভ কৰা শঙ্কৰদেৱৰ পূৰ্ণতম মনোবিকাশৰ সময়। এই কালছোৱাতে কীৰ্তন-ঘোষাৰ কিছু অংশ, বহুলভাৱে ভাগৱতৰ ভাঙনি (প্ৰথম, দ্বিতীয়, নৱম, দশম, একাদশ আৰু দ্বাদশ স্কন্ধ), পত্নী প্ৰসাদৰ বাহিৰে বাকী পাঁচখন নাট (কালিদমন, কেলিগোপাল, ৰুক্মিণীহৰণ আৰু ৰামবিজয় নাট), বলিচলন, অনাদি-পাতন, নিমি-নৱসিদ্ধ-সংবাদ, কুৰুক্ষেত্ৰ, গুণমালাৰ কিছু অংশ, ৰামায়ণৰ উত্তৰাকাণ্ড, ভক্তিৰত্নাকৰ আৰু টোটয়, ভটিমা আদি ৰচনা। (একেবাৰে শেষৰ ৰচনা ৰামবিজয় নাট, ১৪৯০ শক)।

অসমৰ ধৰ্ম, সমাজ, সাহিত্য, সুকুমাৰ কলা আদি প্ৰায় সকলো দিশলৈ উৎকৃষ্ট বৰঙণি আগবঢ়োৱা বহুমুখী প্ৰতিভাধৰ শঙ্কৰ মহাপুৰুষে তেওঁৰ প্ৰপন্ন শিষ্য মাধৱ পুৰুষৰ ওপৰত সম্প্ৰদায়ৰ ভাৰ অৰ্পণ কৰি কোচবিহাৰ মধুপুৰ সত্ৰত প্ৰায় ছয়কুৰি বছৰ বয়সত ১৫৬৮ খৃষ্টাব্দত বৈকুণ্ঠী হয়।

# ভক্তিতত্ত্বমূলক গ্ৰন্থ "ভক্তি ৰত্নাকৰ"

ভক্তি ৰত্নাকৰ গ্ৰন্থখন শঙ্কৰদেৱে সংস্কৃত ভাষাত ৰচনা কৰিছিল আৰু ৰামচৰণ ঠাকুৰে অসমীয়ালৈ অনুবাদ কৰিছিল। গ্ৰন্থখন ৰচনা কৰাৰ বাবে সমল সংগ্ৰহ কৰিছিল শ্ৰীমদ্‌ভগৱদ্ গীতা, কূৰ্ম পুৰাণ, বৃহন্নাৰদীয় পুৰাণ, পদ্ম পুৰাণ, বিষ্ণু পুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ, মৎস্য পুৰাণ আৰু প্ৰধানকৈ ভাগৱত পুৰাণৰ পৰা। কোনো কোনো সমালোচকে ভক্তি ৰত্নাকৰক মহাপুৰুষীয়া সাহিত্যত সৰ্বশ্ৰেষ্ঠ ভক্তিতত্ত্ব শাস্ত্ৰ বুলি অভিমত দিছে। অনুবাদক ৰামচৰণ ঠাকুৰে গ্ৰন্থখনৰ শেষৰ ফালে গুণানুকীৰ্তন কৰি কৈছে—

ইটো ভক্তি ৰত্নাকৰ সমস্ত শাস্ত্ৰৰে সাৰ
জানি আন তেজিয়া সমস্ত।
সদায়ে ইহাক মাত্ৰ শ্ৰৱণ-কীৰ্ত্তন কৰা
গুচিবে সংশয় আছে য'ত।। (১০৭০ পদ)

++ ++ ++

ইটো ভক্তি ৰত্নাকৰ গ্ৰন্থ শ্ৰেষ্ঠতৰ
জানিবাহা সাৰোদ্ধাৰ সমস্ত শাস্ত্ৰৰ।।
ইহাৰ শ্ৰৱণে জানি ভকতিৰ তত্ত্ব
জানি বুদ্ধিমন্ত সবে শুনিও সতত।। (১০৭৮ পদ)

+++ +++

"মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ দ্বাৰা সংকলিত সংস্কৃত মহাগ্ৰন্থ ভক্তি ৰত্নাকৰ মহাপুৰুষীয়া সাহিত্যত সৰ্বশ্ৰেষ্ঠ ভক্তিতত্ত্ব শাস্ত্ৰ। +++ বিশ্বসাহিত্যত ভক্তিমূলক গ্ৰন্থৰ শাৰীত ভক্তি ৰত্নাকৰ কিমান জ্যোতিৰে জিলিকে আমি সেইটো ক'ব নোৱাৰিলে এইটো ঠাৱৰ কৰিব পাৰি যে সমগ্ৰ ভাৰতৰ ভক্তিমূলক গ্ৰন্থৰ আগঠাই ল'ব পৰা মহাপুৰুষীয়া গ্ৰন্থ একমাত্ৰ ভক্তি ৰত্নাকৰহে।"[১]

উল্লেখযোগ্য যে 'ভক্তি ৰত্নাকৰ'ত প্ৰথম তিনিটা শ্লোকৰ বাহিৰে শঙ্কৰদেৱৰ নিজা সৃষ্টি নাই। বাকী সকলোখিনিয়ে ওপৰোল্লিখিত পুৰাণসমূহৰ পৰা সাৰ সংগ্ৰহ কৰি লিখা। পুথিখনত সন্নিৱিষ্ট কৰা বিষয়সূচীৰ ভিতৰত আছে গুৰুসেৱা মাহাত্ম্য, নৰদেহা মাহাত্ম্য, সাধুসঙ্গ মাহাত্ম্য, সন্তভক্তৰ লক্ষণ, ঈশ্বৰ নিৰ্ণয় মাহাত্ম্য, শ্ৰৱণ মাহাত্ম্য, কীৰ্তন মাহাত্ম্য, কলিৰ পৰম ধৰ্ম, মায়াতৰণৰ উপায় ইত্যাদি প্ৰমুখ্যে একুৰি যোল্লটা। মন কৰিবলগীয়া কথা যে পুথিখনত যিবোৰ বিষয় বা অধ্যায়

অথবা মাহাত্ম্য হিচাবে নামকৰণ কৰি উপস্থাপন কৰা হৈছে, সিবোৰৰ মাজেৰে সামগ্ৰীকভাৱে ভক্তিবাদ অথবা ভক্তিমাৰ্গৰ অন্তৰ্নিহিত কথাবোৰ প্ৰকাশ কৰা হৈছে। [আলোচনাৰ আৰম্ভণিতে ভক্তিবাদৰ চমু আভাষ দিয়া হৈছে আৰু এতিয়া গ্ৰন্থৰ আধাৰত ভক্তিতত্ত্ব সম্পৰ্কে বিশ্লেষণ কৰিবলৈ প্ৰয়াস কৰা হ'ব।]

ভক্তি হৈছে ঈশ্বৰৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা, প্ৰেম প্ৰবল অনুৰাগ। ঈশ্বৰক সন্তুষ্ট কৰিবলৈ ভক্তিয়ে উত্তম উপায়। উত্তম ভক্তিৰ গুণত ভক্তই কোনো কামনা নকৰিলেও অপ্ৰয়াসে মায়াময় সংসাৰৰ পৰা মুক্তি লাভ কৰি পৰম শান্তি লাভ কৰিব পাৰে।

সব তেজি একমাত্ৰ অনন্য ভকতিভাৱে
ভজে যিটো মোৰ চৰণত।
ভুকুতি মুকুতি ভকতিক দিয়া তাক
কৰো পাৰ ঘোৰ সংসাৰ।।

ইয়াত যি ঈশ্বৰৰ কথা কোৱা হৈছে সেই ঈশ্বৰেই জগতৰ একমাত্ৰ সত্য। তেওঁক ত্ৰিসত্যও বোলা হয়, যেহেতুকে সৃষ্টিৰ আদি মধ্য আৰু অন্তত একমাত্ৰ তেৰেঁই থাকে। তেওঁৰ বাহিৰে বাকীবোৰ অসত্য, মিছা, "তুমিসে কেবলে সত্য সৱে মায়া ময়। তুমি বিনে সত্য আন বস্তু নাহি কয়।" ঈশ্বৰ নিৰ্গুণ যদিও তেও মায়াৰ দ্বাৰা জগতৰ সৃষ্টি কৰিছে আৰু সকলো বস্তুৰ মাজেৰে প্ৰকাশ পাইছে। এই দিশৰ পৰা তেওঁ গুণময়ো।

মায়াৰ গুণক তুমি কৰিছা আশ্ৰয়।
তুমিসে প্ৰকাশ প্ৰভু কৰা বহুৰূপে।
তুমি বিনে বস্তু নাই কহিলো স্বৰূপে।।
++ ++
ইটো ৰূপ আমাৰ কেৱলে গুণময়।
ব্ৰহ্মাসে কেৱলে জানা নিৰ্গুণ হোৱয়।।
++ ++
তযু নাভি কমলত উপজিলো আমি।
যিটো ব্ৰহ্ম নিৰ্গুণ সেহিটো তুমি স্বামী।।

গতিকে নিগুণ ব্ৰহ্মাই যেতিয়া সত্ব, ৰজ, তম আদি গুণৰ সৈতে মায়াৰ দ্বাৰা জগত সৃষ্টি কৰে আৰু বিভিন্ন ৰূপ বা অৱতাৰৰ মাজেৰে প্ৰকাশ পায় তেতিয়া তেওঁ সগুণ ব্ৰহ্মৰূপে প্ৰতিভাত হয়। সগুণ ব্ৰহ্মাই হ'ল ভজনীয় ৰূপ। সেই সগুণ ব্ৰহ্মাই শ্ৰীকৃষ্ণ আৰু তেৰেঁই বিষ্ণু, হৰি, ৰাম, নাৰায়ণ আদি নামেৰে বিভিন্ন সময়ত মূৰ্ত হৈ উঠিছে।

কৃষ্ণেসে পৰম ভজনী দেৱতা
কৃষ্ণে দাতা মহা গতি।
নাহি কয় আন দেখাও বিদ্যমান
দেৱৰ বাক্যে সম্প্রতি।।

সেই পৰম উপাস্য বা ভজনীয় ঈশ্বৰ শ্ৰীকৃষ্ণ বা তেওঁৰ বিভিন্ন অভিব্যক্তিক ভজনা বা ভক্তি কৰিবলৈ কোৱা হৈছে।

কৃষ্ণেসে পৰম উপাস্য দেৱতা
ভজনীয় অতিশয়।
এতেকে কৃষ্ণক যিটো উপাসয়
পশীয়া একশৰণ।
পৰমগতিক পাৱয় কৃষ্ণত
অনায়াসে সিটো জন।।
++ ++
এতেকেসে নৰে কায় বাক্য মনে
স্মৰিয়া সদা হৰিক।
শ্ৰৱণ কীৰ্ত্তন কৰিব হৰিক
নালাগে আন অধিক।।

ভক্তিৰ যি নটা স্তৰ বা অৱস্থাৰ কথা কোৱা হৈছে, সিবিলাকৰ প্ৰথম স্তৰ হৈছে শ্ৰৱণ ভক্তি। সাধুসন্তৰ মুখৰপৰা কৃষ্ণৰ কথা নিৰন্তৰ শুনি থকাৰ পিছত শুনোতাৰ অন্তৰত ঈশ্বৰৰ প্ৰতি ভক্তিভাৱ উপজিব।

শুনন্তে কৃষ্ণৰ কথা সাধুৰ সঙ্গত।
পৰম নিশ্চল ভক্তি হোৱয় কৃষ্ণত।।
+++
ঈশ্বৰ কৃষ্ণৰ লীলা চৰিত্ৰ যিজন।
পৰম শ্ৰদ্ধায়ে সদা কৰন্ত শ্ৰৱণ।।
অতি অল্পকালে আসি তাহাৰ হিয়াত।
হন্ত ভগৱন্ত কৃষ্ণ প্ৰকাশ সাক্ষাত।।

হৰি কথা স্মৰণ কৰাৰ ফলত হৃদয়ত ভক্তিৰ ভাব ওপজাৰ কাৰণে ভক্তই হৰি নাম কীৰ্তন কৰিবলৈ আগ্ৰহ কৰিব। আৰু যেতিয়া ভক্তই হৰি নাম কীৰ্তন কৰিবলৈ ধৰে, তেতিয়া তেওঁৰ সকলো পাপ নোহোৱা হয় আৰু সংসাৰ বন্ধনৰ পৰা মুক্তি লাভ কৰিব পাৰে।

সংসাৰত হন্তে মোক্ষ চাহে যিটো জন।
কৃষ্ণৰ নামক সিটো কৰোক কীৰ্ত্তন।।
++ ++

অশ্ৰদ্ধায়ে যদি হৰিৰ নামক
কৰয় মুখে কীৰ্ত্তন।
এতেকতে সদ্যে সংসাৰত হন্তে
মুক্ত হোৱে সিটো জন।।

এই প্ৰসঙ্গতে অজামিল ব্ৰাহ্মণৰ মৃত্যুকালৰ ঘটনাটো উপস্থাপন কৰি নাম-কীৰ্তনৰ মাহাত্ম্য প্ৰকাশ কৰা হৈছে। পাপী অজামিলে জীৱনত কোনোদিনে ঈশ্বৰৰ নাম নোলোৱা সত্ত্বেও মাথো যমদূতৰ ভয়ত পুত্ৰক নাৰায়ণ নাৰায়ণ বুলি মতাৰ লগে লগে সমস্ত পাপ নোহোৱা হৈ মুক্তি লাভ কৰিলে। সেয়াই হ'ল হৰিনাম মহিমা। শ্ৰৱণ-কীৰ্তনৰ আনুসঙ্গিক স্মৰণ ভক্তি। অৰ্থাৎ শ্ৰৱণ-কীৰ্তন কৰাৰ লগে লগে সেই ভাব স্মৰণলৈও আহিব। হৰিনাম কীৰ্তন কৰা মানে সি সদায় স্মৰণতো থাকিব। আৰু কৃষ্ণনাম স্মৰণ কৰি থাকিলে প্ৰকৃত ভক্তি বা সপ্ৰেম ভক্তি ওপজে। যেতিয়া চিত্ত শুদ্ধ হয় তেতিয়া ঈশ্বৰ সম্পৰ্কে মনত ধাৰণা ওপজে।

কৃষ্ণৰ চৰণ সদাস্মৰে যিটো
পাপ মানে হোৱে ক্ষয়।
হোৱে চিত্ত শুদ্ধি কৃষ্ণ পাৱে বুদ্ধি
নিষ্ঠা হোৱে অতিশয়।।
সপ্ৰেম ভকতি মিলয় কৃষ্ণত
হোৱয় ঈশ্বৰ জ্ঞান।

ভক্তি ৰত্নাকৰ গ্ৰন্থত উল্লিখিত শ্ৰৱণ-কীৰ্তন আৰু স্মৰণৰ বাহিৰে ভক্তিৰ বাকীকেইটাৰ বিষয়ে ইয়াত উল্লেখ কৰা নাই। অৰ্থাৎ শ্ৰৱণ-কীৰ্তনকে উত্তম স্থান দিছে। অৱশ্যে ইয়াৰ পৰা সিদ্ধান্তলৈ আহিব নালাগে যে গ্ৰন্থকাৰে ভক্তিৰ বাকীকেইটা মাধ্যমক অৱজ্ঞা কৰিছে। আচল কথা হ'ল শ্ৰৱণ-কীৰ্তনৰ পৰাই ভক্তিৰ বাকীকেইটা স্তৰলৈ যোৱাটো অতি সহজ হৈ পৰে। ভক্তি অহৈতুক হ'ব লাগে। কোনো কামনা-বাসনা নাৰাখি মাত্ৰ ঈশ্বৰক ভক্তি কৰিব লাগে।

হুৱা শুদ্ধ মন অতি সকল ইন্দ্ৰিয় বৃত্তি
বিষ্ণুত অযত্নে প্ৰবৰ্ত্তয়।
নবাঞ্চয় একোকাম জানিবা তাহাৰে নাম
ভাগৱতী ভকতি উত্তম।।
++ ++
ভুকুতি মুকুতি পদ ভকতিক দিয়া তাক
কৰো পাৰ ঘোৰ সংসাৰৰ।
ভকতি আনন্দে পূৰ্ণ হুৱা একো নবাঞ্চয়
আমাৰ ভকত নিৰন্তৰ।।

যিসকল উত্তম ভক্ত সেইসকলে ৰসময়ী ভক্তি বা পৰাভক্তি অৰ্থাৎ কোনো কামনা নকৰাকৈ কেৱল ঈশ্বৰৰ সান্নিধ্য বা তেওঁৰ চৰণত ঠাই পোৱাৰ বাবেহে ভক্তি কামনা কৰে। ভক্তৰ মনত যেতিয়া অহংকাৰ নাথাকে, আপোন-পৰ ভাব নাথাকে, সকলোকে বিষ্ণুজ্ঞান কৰে আৰু বিষ্ণুত সকলো প্ৰাণীকে দেখা পায়, তেতিয়া তেওঁ প্ৰকৃত ভক্ত হিচাপে পৰিগণিত হ'ব আৰু পৰাভক্তিৰ অধিকাৰী হ'ব পাৰিব।

সমস্ত ভূততে সম শান্ত সৰ্ব্বদায়।
ধনে জনে আত্মপৰ ভেদ-বুদ্ধি নাই।।
সমস্তৰে একে আত্মা মানয় মনত।
সেহিজন জানিবাহা উত্তম ভাগৱত।।

ওপৰত উল্লিখিত উত্তম ভক্তি লাভ কৰিবলৈ আৰু উত্তম ভক্ত হ'বৰ কাৰণে সৎসঙ্গ বা সাধুৰ সঙ্গ আৰু সৎগুৰু বা উত্তমগুৰুৰ সান্নিধ্য আৰু সাহায্য অপৰিহাৰ্য। সাধুসকলে সৰ্বদায় কৃষ্ণৰ গুণ শ্ৰৱণ-কীৰ্তন কৰি থাকে। ভক্তসকলে সন্তসকলৰ মুখৰ পৰা হৰিৰ নাম শুনিলে তেওঁলোকৰ মনৰ পৰা মায়ামোহ আদি ভাববোৰ নিবৃত্তি হয় আৰু ভগৱানৰ প্ৰতি শ্ৰদ্ধা ভক্তি জন্মে। সৎসঙ্গ মাহাত্ম্য প্ৰসঙ্গত বৃহন্নাৰদীয় পুৰাণৰ এটি উদ্ধৃতি দিব বিচৰা হৈছে। যথা "নাহং ৱসামি বৈকুণ্ঠে যোগিনাং হৃদয়ে নচ মদ্ভক্তা যত্র গায়ন্তি তত্র তিষ্ঠামি নাৰদ।।" ভগৱানে নাৰদক কৈছে যে তেওঁ স্বৰ্গত অথবা যোগীৰ হৃদয়ত নেথাকে, য'ত তেওঁৰ ভক্তসকলে ভগৱানৰ মহিমা কীৰ্তন কৰে, তাতেই তেওঁ থাকে। ভক্তিৰ ক্ষেত্ৰত সাধুসঙ্গৰ প্ৰয়োজন যে অতি বেছি আৰু শ্ৰৱণ-কীৰ্তনেই যে উত্তম ভক্তি সেই কথা ইয়াৰ মাজেৰে প্ৰকাশ পাইছে। সাধুসঙ্গই লোকৰ মনত ভগৱদ্ভক্তি জন্মাব পাৰে।

মহন্তজনৰ সঙ্গ অৰ্দ্ধক্ষণ মান।
তাকো স্বৰ্গ পদ মোক্ষে নুহিকে সমান।।
মনুস্যৰ ৰাজপদ আদি ভোগচয়।
নুহিকে সমান তাক কি কৈবে লাগয়।।
এতেকে পৰম লাভ সঙ্গ ভকতৰ।

সাধুসকলে কোনো প্ৰাণীৰ দ্ৰোহ নকৰে। তেওঁলোকে পৱিত্ৰ হৃদয়ৰ সদাচাৰী, সুখে-দুখে সমান ভাৱৰ, সকলোৰে মাজেৰে ঈশ্বৰক দেখা পায়। ভক্তিমাৰ্গত সৎগুৰু অপৰিহাৰ্য। গুৰু অবিহনে ভক্তই ভক্তি সম্পৰ্কে প্ৰকৃত জ্ঞান লাভ কৰিব নোৱাৰে।

ভক্তিজ্ঞান দাতা গুৰুবিনে সেব্য নাই।
কহিলোহো প্ৰতি প্ৰতি তোমাত বুজায়।।
কহো আৰু আবে শুনিয়োক একমনে।
মোকে আৰধয় ধৰ্ম্ম কৰিয়া যতনে।।

এহিহেতু জানিবাহা ধৰ্ম নাহি আন।
গুৰুৰেসে সেৱাযত ধৰ্মতে প্ৰধান।।

ইয়াত যি গুৰুৰ নিৰ্দেশ দিয়া হৈছে তেনেকুৱা উত্তমগুৰু হ'বলৈ হ'লে তেওঁ ঈশ্বৰভক্ত হোৱাৰ লগতে সকলোৰে কুশল কামনা কৰা হ'ব লাগিব, বেদৰ ৰহস্য তত্ত্ব জানিব লাগিব আৰু শিষ্যৰ মনৰ সংশয় দূৰ কৰিব পাৰিব লাগিব। শিষ্যক প্ৰকৃত জ্ঞান দিব পৰা শুদ্ধ সত্বগুৰুৰ পদসেৱাৰ দ্বাৰা হৰিভক্তজনে সংসাৰৰ সকলো দুখ-দুৰ্গতি অতিক্ৰম কৰিব পাৰিব।

উত্তমগুৰুৰ পাৱে কৰোক ভকতি।
তেৱেঁসে তৰিব ঘোৰ সংসাৰ দুৰ্গতি।।
বেদৰ ৰহস্য তত্ত্ব সকলো জানন্ত।
কৃষ্ণকো ভকতি বলে সাক্ষাৎ কৰন্ত।।

গতিকে ভক্তিকে ঈশ্বৰ উপাসনাৰ একমাত্ৰ পদ্ধতি হিচাপে ধৰিলে প্ৰথমে সৎগুৰুৰ ওচৰ চাপিব লাগিব। ভক্তিমাৰ্গত গুৰুক ঈশ্বৰ জ্ঞান কৰিব লাগে। গুৰুক সন্তুষ্ট কৰিব পাৰিলে ঈশ্বৰো সন্তুষ্ট হয়।

ইসব ধৰ্মত তুষ্ট নুহিকো সিমত।
যেন তুষ্ট হুও মই গুৰু ভজনত।।

গতিকে উত্তমগুৰুৰ উপদেশ আশীৰ্বাদেৰে সাধুসঙ্গত হৰিনাম নিৰন্তৰে শ্ৰৱণ-কীৰ্তন কৰিলে অন্তৰত হৰিভক্তি ভাব জন্মে, ভক্তৰ মন ভগৱদ্‌মুখী হয় আৰু লাহে লাহে সংসাৰৰ সকলো বস্তুই অনিত্য বা মিছা বুলি ভাব হয়। সকলো ধৰণৰ ভোগৰ প্ৰতি বিৰক্তি ভাব জন্মে; একমাত্ৰ কৃষ্ণ সেৱাতে মন স্থিৰ কৰে।

অনুক্ৰমে চাৰিবিধ বৈৰাগ্য হোৱয়।
কৃষ্ণৰ ভকতি অতি কৃতাৰ্থ কৰয়।।

এইদৰে কৃষ্ণভক্তিৰ গুণত মায়াময় সংসাৰৰ সকলো দুখ-কষ্টৰ পৰা দূৰৈত থাকি নিজে ইচ্ছা নকৰিলেও ভক্তই মুক্তি লাভ কৰে। গতিকে

জানিয়া শৰণ সৱে লৈয়োক কৃষ্ণত।
সাধু মহন্তৰ সঙ্গ লৈয়া অবিশ্ৰাম
সংসাৰ তৰিও সুখে বোলা ৰাম ৰাম।।

হৰিভক্তিয়ে হৈছে জীৱৰ একমাত্ৰ পৰম আনন্দ লাভৰ উপায়। ইয়াৰ অন্যথা হৰিভক্তিহীন লোকে সংসাৰৰ নানা দুখ-কষ্ট ভোগ কৰিব লাগে। মনত কামনা-বাসনা জন্মে, অহংকাৰ জন্মে আৰু সেইবাবে জীৱক নানা নিকাৰ ভূঞ্জায়।

---

**পাদটীকা**

১। শঙ্কৰদেৱ — ভক্তি ৰত্নাকৰ (অসমীয়া) সম্পাদকীয় সম্পাদনা মোহনচন্দ্ৰ মহন্ত প্ৰকাশক- গৌৰীচৰণ বৰকটকী।

# ভক্তি কাব্য হিচাপে কীৰ্তন-ঘোষাৰ আলোচনা

বিভিন্ন দৃষ্টিৰে বিচাৰ বিশ্লেষণ কৰি সমালোচকসকলে কীৰ্তন পুথিখনক অকল শঙ্কৰদেৱৰ লিখনিৰ ভিতৰতে নহয়, অসমৰ বৈষ্ণৱ যুগৰে এখন শ্ৰেষ্ঠ গ্ৰন্থ বুলি মন্তব্য কৰিছে। বৈষ্ণৱ ধৰ্মৰ যি চাৰিপুথিৰ কথা কোৱা হয় তাৰ ভিতৰত কীৰ্তন পুথিখনো অন্যতম। [বাকী তিনিখন হ'ল শঙ্কৰদেৱৰে দশম আৰু মাধৱদেৱৰ নাম-ঘোষা আৰু ভক্তি ৰত্নাৱলী] স্বৰ্গীয় জ্ঞাননাথ বৰাদেৱে তেখেতৰ কীৰ্তন নামৰ প্ৰবন্ধটোৰ মাজেৰে মন্তব্য কৰিছিল যে শিশুৰ পৰা বুঢ়ালৈ, শিক্ষিতৰ পৰা অশিক্ষিতলৈ নাস্তিকৰ পৰা নৈষ্ঠিকলৈ সকলো শ্ৰেণীৰ লোকক কীৰ্তনে আনন্দ দিব পাৰিছিল। আৰু বৰ্তমানেও অসমৰ সমাজত সেই আদৰ চলিয়ে আছে। প্ৰস্তাৱিত আলোচনাত কীৰ্তনৰ সকলো দিশ সামৰিব খোজা নাই, মাথো পুথিখনৰ বিভিন্ন আখ্যান নাইবা খণ্ডৰ মাজেৰে প্ৰকাশ পোৱা ভক্তি সম্পৰ্কে বিশ্লেষণ কৰা হ'ব। কীৰ্তন পুথিৰ সমল গড়ুৰ পুৰাণ, ব্ৰহ্ম পুৰাণ আৰু পদ্ম পুৰাণৰ পৰা দুই তিনিটা খণ্ডৰ বাবে লোৱা যদিও মুখ্যত ঃ প্ৰায় সকলোবোৰ খণ্ডৰ সমল শ্ৰীমদ্ভাগৱত পুৰাণৰ পৰা লোৱা। "কীৰ্তন পুথি ভাগৱতৰ নৱনীত সদৃশ। ভগৱন্তৰ পতিত পাৱন আৰু ভক্তানুগ্ৰহ গুণ যিবিলাক আখ্যানত প্ৰকাশ পাইছে সেই আখ্যানকেইটাক বিশেষ সমাদৰ কৰি কীৰ্তন পুথিৰ কাৰণে বাচি লোৱা হৈছে। তাকে কৰোতে ভাগৱতৰ কেইবাটাও স্কন্ধৰ আখ্যান আৰু বিষয়বস্তু কীৰ্তনত থাপিত কৰা হৈছে। +++" "পুথিখনৰ প্ৰত্যেকটো কাহিনীতে গূঢ় তাৎপৰ্য্য একোটা লুকাই আছে। প্ৰতিটো তাৎপৰ্য্য ভক্তিমাৰ্গৰ একো একোটা আদৰণীয় আৰু অনুশীলন যোগ্য সাধনা।[১]

ভাগৱত পুৰাণখনতেই ভক্তিবাদ পূৰ্ণৰূপত বিকশিত হৈ উঠিছে। গতিকে কীৰ্তন পুথিখনেও যে ভক্তিকাব্য হিচাপে বিশিষ্ট স্থান লাভ কৰিছে সেয়া নিশ্চত। এই প্ৰসঙ্গতে ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ মন্তব্য এটি উদ্ধৃত কৰা হ'ল— "Kirtana was the mature product of Sankardeva's mind; as we have already observed a number of episodes from the Bhagavata are presented in it with a definite intention of telling the people in a clear and straight forward style the rudiments of

the doctrine of Bhakti, the ethics and more code for Bhakta (devotee)[2]

কীৰ্তনত সন্নিৱিষ্ট বিভিন্ন আখ্যানৰ মাজেৰে ভক্তিবাদৰ মূল আদৰ্শ বা মতসমূহ সহজ-সৰলভাৱে মানুহৰ আগত উপস্থাপন কৰিছে আৰু ভক্তসকলৰ বাবে নীতি আৰু নৈতিক বিধানসমূহ দাঙি ধৰিছে। ভগৱান যে পৰা ভক্তিতহে সন্তুষ্ট হয়, ভক্তিৰ ক্ষেত্ৰত কোনো জাতি, বৰ্ণ, লিঙ্গ ভেদৰ স্থান নাই জীৱমাত্ৰেই ভক্তিৰ অধিকাৰী আৰু ইয়াৰ বাবে ঐশ্বৰ্য-বিভূতি আদিৰ কোনো প্ৰয়োজন নাই সেই সকলো বিষয়ে কীৰ্তনৰ বিভিন্ন খণ্ডত বাৰে বাৰে উল্লেখ কৰা হৈছে। নৱধা ভক্তিৰ ভিতৰত শ্ৰৱণ-কীৰ্তন যে উৎকৃষ্ট সেই কথাও প্ৰকাশ কৰিছে। হৰিনাম নিৰন্তৰে শ্ৰৱণ-কীৰ্তন কৰি থাকিলে মনলৈ ভক্তিৰ বাকীকেইটা অৱস্থাও অনায়াসে আহিব। ভগৱানৰ নাম বা কথা শ্ৰৱণত মন শুদ্ধ হ'ব; শুদ্ধ মনেৰে তেওঁৰ. গুণানুকীৰ্তন কৰি তেওঁক চিন্তা বা স্মৰণ কৰোতে সমস্ত ভূতত বা প্ৰাণীত তেওঁক দেখিব। "শ্ৰৱণ-কীৰ্তন কৰিবেক নিৰন্তৰ। সমস্ত ভূতকে দেখিবেক নাৰায়ণ।" আৰু তেতিয়া ভগৱানেও ভক্তৰ সঙ্গ ত্যাগ নকৰে; আৰু ভক্তজীৱ মুক্ত হ'ব পাৰে। শ্ৰৱণ-কীৰ্তনে যাৰ অভ্যাস নছাৰন্ত হৰি তাহাৰ পাশ।" (পাষণ্ড মৰ্দন) বিষ্ণুময় দেখে যিটো সমস্ত জগতে। জীৱন্তে মুকুত হোৱে অচিৰ কালতে।" (শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়ান) ভক্তই যেতিয়া ভক্তিৰ যোগেদি বিষ্ণুজ্ঞান লাভ কৰে তেতিয়া সেই ভক্তিকে জ্ঞানময়ী ভক্তি বা নিৰ্গুণাভক্তি বুলি কোৱা হয়। এই বিষ্ণুজ্ঞানৰ অৰ্থ হ'ল যি পুৰুষোত্তম পৰমব্ৰহ্ম বিশ্বব্ৰহ্মাণ্ডৰ গৰাকী, যি অখিল বিশ্বব্যাপি আছে আকৌ সেইজনেই সকলো প্ৰাণীৰ মাজেৰে প্ৰতিভাত হৈছে। বিশ্বব্ৰহ্মাণ্ডৰ অধিষ্ঠাতা বাবে তেওঁ পুৰুষোত্তম আৰু দেহৰ মাজত থকা বাবে তেওঁ পুৰুষ। এই দুই পুৰুষ একেজনেই, একে সময়তে একেজনেই দুই ভূমিকাৰ অভিনয় কৰিছে। এই দুই ৰূপ বিষ্ণুক একে ৰূপে উপলব্ধি কৰাই বিষ্ণুজ্ঞান। শ্ৰৱণ-কীৰ্তন ভক্তিকে শ্ৰেষ্ঠ স্থান দিলেও নৱধা ভক্তিৰ বাকীকেইটাৰো নিদৰ্শন গুৰুত্ব সহকাৰে গ্ৰন্থৰ বিভিন্ন আখ্যানৰ মাজেৰে উপস্থাপন কৰিছে। এই প্ৰসঙ্গতে উল্লেখ কৰি থোৱাটো ভাল হ'ব যে কীৰ্তনত সন্নিৱিষ্ট কৰা আখ্যান বা খণ্ডসমূহ বিভিন্ন সময়ত ৰচনা কৰা আৰু প্ৰত্যেকটোৱে স্বতন্ত্ৰীয়া অথবা স্বয়ং সম্পূৰ্ণ। শঙ্কৰদেৱৰ বৈকুণ্ঠীৰ পিছত মাধৱদেৱৰ নিৰ্দেশক্ৰমে ৰামচৰণ ঠাকুৰে সিবোৰ একগোট কৰি গ্ৰন্থৰ আকাৰত প্ৰস্তুত কৰি উলিয়াইছে। কিন্তু তথাপি সকলোবিলাক খণ্ডৰ মাজেৰে সামগ্ৰিকভাৱে বৈষ্ণৱ ভক্তিবাদ আৰু ইয়াৰ সাধন পদ্ধতিৰ নীতি-নিৰ্দেশনা দাঙি ধৰিছে।

গ্ৰন্থখনৰ আৰম্ভণিতে সন্নিৱিষ্ট কৰা হৈছে "চতুৰ্ব্বিংশতি অৱতাৰ" খণ্ডটি। থুলমূলভাৱে ইয়াৰ মাজেৰে দেখুৱা হৈছে যিজন সনাতন পৰমব্ৰহ্ম বিশ্বসৃষ্টিৰ মূল কাৰণ, যি গোটেই বিশ্বতে পৰিব্যাপ্ত হৈ আছে, সেই নিৰ্গুণ পৰমব্ৰহ্মই বিভিন্ন

উদ্দেশ্য সাধিবৰ বাবে সগুণ আকাৰ ধাৰণ কৰি বিভিন্ন সময়ত বিভিন্ন ৰূপত আবিৰ্ভাৱ হৈছে। সেই বিভিন্ন ৰূপ বা অৱতাৰ ধাৰণ কৰাজনেই হৈছে নাৰায়ণ। নাৰায়ণ, কৃষ্ণ, বিষ্ণু অথবা ৰামৰ মাজত কোনো পাৰ্থক্য নাই।

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ।।

++ ++

কৃষ্ণৰ জন্ম ৰহস্য শুনা সৰ্ব্বজনে।
মোক্ষ পদ সাধে আৰ শ্ৰৱণ কীৰ্ত্তনে।।

মন কৰিবলগীয়া কথা যে কীৰ্তনৰ পিছৰ খণ্ডকেইটাৰ মাজেৰে কৃষ্ণৰ বিভিন্ন লীলাৰ কথা বৰ্ণনা কৰা হৈছে আৰু কৃষ্ণৰ নামৰ মহিমা, শ্ৰৱণ-কীৰ্তনেই ভক্তিৰ উত্তম পথ আৰু শ্ৰীকৃষ্ণই একমাত্ৰ উপাস্য দেৱতা বুলি বাৰে বাৰে উল্লেখ কৰিছে। 'নাম অপৰাধ' আৰু 'পাষণ্ড মৰ্দন' খণ্ড দুটাৰ মাজেৰে হৰি বা কৃষ্ণ নামৰ মহিমা বৰ্ণনা কৰিছে।

হৰিৰ তেৰে একে নামে তৰে
শুনে বা ভনে মনত স্মৰে।।

++ ++

নামেসে কৰিবো পৰম সিদ্ধি
হৰিৰ নাম জগতৰ নিধি।।

++ ++

সমস্ত ধৰ্মত কৰি বিশিষ্ট।
হৰি কীৰ্ত্তনেসে ধৰ্ম গৰিষ্ঠ।।

হৰিনামৰ মহিমা দেখুৱাবৰ কাৰণে "অজামিল উপাখ্যান"ত থকা পাপী অজামিলৰ মৃত্যুকালৰ ঘটনাটো উপস্থাপন কৰিছে। মাত্ৰ এবাৰ 'নাৰায়ণ' নাম-কীৰ্তন কৰাৰ লগে লগে অজামিলৰ গোটেই জীৱনৰ সমস্ত পাপ নোহোৱা হৈ তেওঁ মুক্তি লাভ কৰিছে।

সিটো অজামিলে বুলিলেক মাত্ৰ
আইস পুত্ৰ নাৰায়ণ।
এতেকতে আহি কাঢ়ি তাক লৈলে
তযু আজ্ঞা কৰি ছন্ন।।

+++ +++

প্ৰভুৰ নামৰ অনন্ত মহিমা
কতেক কহিবো আমি।

হেন হৰিনামে 		নৈলেয়ো ৰাক্ষস
কিনো তোৰা অধোগামী।।

মাত্ৰ এবাৰ হেলা বা অশ্ৰদ্ধায়ে নাৰায়ণৰ নাম লোৱাৰ কাৰণে অজামিলৰ মুক্তি মাথোন নামৰ মহিমা দেখুৱাবলৈহে উপস্থাপন কৰিছে। আচলতে ভক্তিৰ চৰম অৱস্থা পাবলৈ অথবা মুক্তিলাভ কৰিবলৈ হ'লে ভগৱন্ত হৰিৰ নাম একান্ত ভাৱে হৃদয়ত ধ্যান কৰিব লাগিব। "ধ্যান বৰ্ণন" খণ্ডত এই সম্পৰ্কে আলোচনা কৰি কৈছে—

থিৰ বুদ্ধি কৰি ভকত জনে
প্ৰত্যেক অঙ্গক চিন্তিবে মনে।।
+++ 		+++
হেন মনোহৰ ৰূপ নিৰেখি।
থাকিব সমস্ত অঙ্গক দেখি।।

গতিকে কৃষ্ণৰ মোহন মুৰুতি হৃদয়ত থাপনা কৰি নিৰন্তৰে সেই হৃষীকেশৰ চৰণত সেৱা কৰি থাকিলেহে সাধনাত সিদ্ধি লাভ হ'ব। একান্তমনে শ্ৰীকৃষ্ণক হৃদয়ত ধ্যান কৰা কৰাণেই গ্ৰাহগ্ৰস্ত গজেন্দ্ৰক প্ৰভুৱে উদ্ধাৰ কৰিছিল। "গজেন্দ্ৰোপাখ্যান"ৰ মাজেৰে দেখুওৱা হৈছে যে বিষয়-বাসনা আৰু অহংকাৰ ত্যাগ কৰি নিৰলসভাৱে শ্ৰীহৰিক স্মৰণ, অৰ্চন, বন্দন আদিৰে ভক্তি কৰিলে ভক্তক বিপদৰ পৰা পৰিত্ৰাণ কৰে আৰু ভক্তই মুক্তিলাভ কৰে। উপাখ্যানটোৰ মাজেৰে দেখুওৱা হৈছে ভক্তৰ অধীন ভগৱান আৰু ভক্তিৰ ক্ষেত্ৰত সকলোৰে সমান অধিকাৰ; ইয়াত জাতি, ধৰ্ম, বৰ্ণ, লিঙ্গ আদিৰ ভেদ নাই। ইতৰ প্ৰাণী গজেন্দ্ৰৰ ভক্তিত ভগৱান সন্তুষ্ট হৈ গজেন্দ্ৰক অকল উদ্ধাৰ কৰাই নহয় মুক্তিও দিলে।

ভক্তিৰ পৰকাষ্ঠা পূৰ্ণৰূপে বিকশিত হৈ উঠিছে "প্ৰহ্লাদ চৰিত্ৰ খণ্ডটিত। এই খণ্ডটিত শ্ৰৱণ-কীৰ্তন, স্মৰণ, বন্দন, দাস্য, আত্মনিৱেদন সহিতে নৱধা ভক্তিৰ প্ৰায়কেইটা স্তৰেই মূৰ্ত হৈ উঠিছে। তদুপৰি উত্তম ভক্ত আৰু উত্তম ভক্তিৰ স্বৰূপো ইয়াৰ মাজেৰে প্ৰকাশ পাইছে; সগুণ আৰু নিৰ্গুণ ব্ৰহ্মাৰো সম্ভেদ দিছে। প্ৰহ্লাদে মাতৃৰ গৰ্ভত থকা সময়তে সন্ত নাৰদৰ মুখৰ পৰা শ্ৰীহৰিৰ কথা শ্ৰৱণ কৰিছিল আৰু তাৰ পৰাই লাহে লাহে তেওঁৰ কীৰ্তন আৰু স্মৰণ ভক্তিৰ ভাব ওপজে আৰু হৃদয়ত সেই মোহন মুৰুতি কৃষ্ণক ধ্যান কৰিবলৈ লয়। ইয়াৰ ফলত প্ৰহ্লাদৰ চিত্ত শুদ্ধ হয়; অন্য সকলো বস্তুৰ প্ৰতি বৈৰাগ্য ভাব জন্মে, বাহিৰে ভিতৰে কেৱল বিষ্ণুকে দেখিবলৈ পায়। তেওঁৰ পিতৃ হিৰণ্যকশিপুৱে হৰি ক'ত আছে বুলি প্ৰশ্ন কৰাত, ভগৱান সৰ্ব্বব্যাপী (নিৰ্গুণ-ব্ৰহ্ম) আৰু সেইজন হৰিয়ে প্ৰত্যেক বস্তুৰ মাজেৰে প্ৰকাশ পায় (সগুণ, সাকাৰ ব্ৰহ্ম)। সেই নিৰ্জীৱ ফটিকৰ স্তম্ভৰ মাজতো প্ৰভু বিদ্যমান বুলি প্ৰহ্লাদে ক'লে।

হৰিসে যদি জগতৰ ঈশ।
কৈত আছে হৰি কহ উদ্দিশ।।
শুনিয়া প্ৰহ্লাদে বোলন্ত বাণী।
ব্যাপক বিভু প্ৰভু চক্ৰপানি।।
সবাতে আছন্ত জগত স্বামী।
ফটিকৰ স্তম্ভে দেখোহো আমি।।

তেনেকৈ কোৱাৰ লগে লগে অহংকাৰত মত্ত হৈ দৈত্যপতি হিৰণ্যকশিপুৱে খণ্ডতে সেই স্তম্ভ ভাঙি পেলালে আৰু তাৰ পিছতে অদ্ভুত আতাহ পাৰি প্ৰভু চক্ৰপানিয়ে নৰসিংহ আকাৰত ভয়ংকৰ ৰূপত আবিৰ্ভাৱ হ'ল আৰু হিৰণ্যকশিপুক বধ কৰিলে। এই ঘটনাটোৰ গভীৰ তাৎপৰ্য আছে। ইয়াৰ মাজেৰে দেখুওৱা হৈছে ভগৱান ভক্তৰ অধীন। প্ৰকৃত ভক্তৰ গৌৰৱ বঢ়াবৰ কাৰণেই পাপী হিৰণ্যকশিপুক ভগৱানে দেখা দিলে আৰু বৈৰী ভাৱে হৰিক চিন্তা কৰা সত্ত্বেও দৈত্যৰ মুক্তি লাভ হ'ল। ইয়াতো হৰি নামৰ শ্ৰৱণ-কীৰ্তনৰ মাহাত্মই প্ৰকাশ কৰিছে। ভগৱন্তৰ প্ৰতি অচলা ভক্তি থকা ভক্তসকলৰ ভক্তিৰ বলতেই নিজৰ লগতে তেওঁৰ ইষ্টজনবো যে উপকাৰ হয় সেই বিষয়েও হিৰণ্যকশিপুৰ মৃত্যু (মুক্তি)ৰ উদাহৰণেৰে প্ৰকাশ কৰিছে।

নৃসিংহে বোলন্ত হাসি শুনিয়ো প্ৰহ্লাদ।
দিবাক নালাগে তোক ইসব প্ৰসাদ।।
পৰম বৈষ্ণৱ তই পুত্ৰ ভৈলি যাৰ।
ত্ৰৈকৈশ পুৰুষ তাৰ হৈবেক নিস্তাৰ।।
যৈত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ।
কীত-পতঙ্গকো তথা কৰয় পবিত্ৰ।।

পৰা ভক্তিৰ দ্বাৰা ভক্তই চৰম স্তৰত উপনীত হয় আৰু তেতিয়া ভক্ত আৰু ভগৱানৰ মাজত পাৰ্থক্য নোহোৱা হৈ পৰে। ভগৱন্তই তেওঁৰ পৰমভক্ত প্ৰহ্লাদক কোৱা কথাৰ পৰাই সেই বিষয়ে জানিব পাৰি।

তোৰ যশে ব্যাপিবে জগতে।
ৰাত্ৰি দিনে মোক সুমৰন্তে।।
সবে কৰ্ম বন্ধে হুইবা হীন।
অন্তকালে মোত যাইবা লীন।।
তোৰ মোৰ কথা যিটো নৰে।
তোক মোক সময়ত স্মৰে।।
সিয়ো জনে মোক পাইবে আসি।

সেইদৰে "হৰমোহন খণ্ডত" হৰৰ কৃষ্ণস্তুতি আৰু মুচুকুন্দৰ স্তুতিৰ জৰিয়তে উত্তম ভক্ত আৰু উত্তম ভক্তিৰ নিদৰ্শন দেখুওৱা হৈছে।

নামাগোহো সুখ ভোগ নামাগো মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি।। (হৰমোহন)

হেন জানি প্ৰভু যত সুখ ভোগ
দূৰতে ত্যাজিয়া থৈলো।
পৰম পুৰুষ তোমাৰ চৰণে
সদায়ে শৰণ লৈলো।। (মুচুকুন্দ স্তুতি)

"কুব্জীৰ বাঞ্ছা পূৰণ" আৰু "অক্ৰুৰৰ বাঞ্ছা পূৰণ" আখ্যানৰ মাজেৰে দেখুওৱা হৈছে যে ভক্তৰ অধীন ভগৱান আৰু ভক্তিৰ ক্ষেত্ৰত ধন-ঐশ্বৰ্যৰ কোনো প্ৰয়োজন নাই। দামোদৰ বিপ্ৰোপাখ্যানতো প্ৰকাশ কৰা হৈছে যে দাল দৰিদ্ৰ দামোদৰ বিপ্ৰই পৰম ভক্তিৰে শ্ৰীকৃষ্ণক সন্তুষ্ট কৰিব পাৰিছিল আৰু নিজে নিবিচৰা সত্বেও দামোদৰৰ ভক্তিৰ গুণত পৰম সুখ আৰু অন্তকালে বিষ্ণুতে লীন হ'ব পাৰিছিল।

দৃঢ় ভক্তি কৰি চিণ্ডিমোহ জৰী
কৰ্ম্ম বন্ধে ভৈলা হীন।
পায়া মহোদয়ে দেখি ব্ৰহ্মময়
বিষ্ণুতে গৈলন্ত লীন।।

আখ্যানটোৰ বৰ্ণনাত প্ৰকাশ পাইছে সখ্য, দাস্য আৰু শৰণাগতি ভক্তিৰ বৈশিষ্ট্য। স্যামন্তক হৰণ খণ্ডত প্ৰকাশ কৰা হৈছে যে ইতৰ প্ৰাণী জাম্বৱন্তৰ ভক্তিত শ্ৰীকৃষ্ণ সন্তুষ্ট হৈছে, অৰ্থাৎ ভক্তিমাৰ্গত জাত, পাত, লিঙ্গ আদিৰ কোনো প্ৰভেদ নাই। সকলোৰে সমান অধিকাৰ। ইয়াতো দাস্য ভক্তিৰ চানেকি দেখুওৱা হৈছে।

ত্ৰাহি দেৱ দামোদৰ যাদৱ নন্দন
দীন দয়াশীল স্বামী
কৰাহা নিস্তাৰ তোমাৰ চৰণে
শৰণ পশিলো আমি।।

ৰাসক্ৰীড়া আৰু গোপী উদ্ধৱ সংবাদ খণ্ডদুটোৰ মাজেৰে দেখুওৱা হৈছে গোপিনীসৱৰ কৃষ্ণৰ প্ৰতি থকা সপ্ৰেম ভক্তি বা শ্ৰেষ্ঠ ভক্তি। গোপিনীসকলে লাজ, ভয়, স্পৃহা ত্যাগ কৰি নিৰন্তৰে মাধৱৰ গুণ-গান, শ্ৰৱণ-কীৰ্তন কৰোতে চিত্ত দ্ৰবিভূত হৈ মাধৱৰ প্ৰতি প্ৰেমভক্তি ওপজাত মনত পৰম আনন্দ লাভ কৰিছিল। সেয়াই হৈছে ভক্তিৰ উচ্চস্তৰ। আৰু সেই কাৰণেই গোপিনীসকলকে শ্ৰেষ্ঠ ভক্তা বুলি কোৱা হয়।

এহি বুলি সৱে লজ্জাক এড়ি।
কান্দন্ত কৃষ্ণৰ গুণ সুমৰি।।

কৃষ্ণক লাগি অতি প্ৰেম ভাবে।
কৃষ্ণৰ সৱে গুণ গীত গাৱে।।
কৃষ্ণতে সৱে নিমজাইল মন।
কাহাৰো গাৱত নাহি চেতন।।

কালিয় দমন, কংসবধ, জৰাসন্ধ যুদ্ধ আৰু কালযৱন বধ খণ্ডৰ মাজেৰে দুষ্টক দমন আৰু সন্তক ৰক্ষা কৰি ভগৱান বিষ্ণুৱে পৃথিৱীত শান্তি স্থাপন কৰাৰ বৰ্ণনা দিছে।

কীৰ্তন-ঘোষাত সন্নিবিষ্ট কৰা "বেদস্তুতি" খণ্ডটো এটি মূল্যবান খণ্ড। ই হৈছে ভাগৱতৰ ১০ম স্কন্ধৰ ৮৭তম অধ্যায়ৰ পৰা শ্ৰীধৰ স্বামীৰ টীকাৰ ওপৰত ভিত্তি কৰি কৰা অনুবাদমূলক ৰচনা। এই খণ্ডত ঈশ্বৰৰ স্বৰূপ, জীৱ আৰু জগতৰ লগত তেওঁৰ সম্পৰ্ক, দাৰ্শনিক তত্ত্ব আৰু সৰ্বোপৰি ভক্তিবাদৰ কথা বিবৃত হৈছে।

মহাপ্ৰলয়ৰ পিছত অসীম গুণৰ অধিকাৰী পৰমেশ্বৰ বিষ্ণু অকলে শুই থকা অৱস্থাত তেওঁৰ প্ৰথম নিশ্বাসৰপৰা জন্ম হোৱা বেদগণে তেওঁক (বিষ্ণুক) সভক্তিৰে কৰা স্তুতিৰে এই খণ্ডৰ বিষয়বস্তু আৰম্ভ কৰা হৈছে।

জগত সংহৰি শুতি আছা নাৰায়ণ।
প্ৰথম নিশ্বাসে বাজ ভৈলা বেদগণ।।
জগাইল বিষ্ণুক স্তুতি কৰি ভক্তিভাবে।
যেন-নট ভাটে চক্ৰৱৰ্তীক জগাৱে।।

"বেদস্তুতিৰ" মাজেৰে প্ৰকাশ পাইছে পৰম ব্ৰহ্মাই (বিষ্ণুকে ঈশ্বৰ বা ব্ৰহ্ম বুলি কোৱা হৈছে) হৈছে একমাত্ৰ সত্য। সৃষ্টিৰ আদি, মধ্য আৰু অন্তত অকল তেৱেঁই থাকে। গতিকে তেওঁক ত্ৰিসত্য বুলি কোৱা হয়। ঈশ্বৰ বা ব্ৰহ্ম হৈছে সৃষ্টিৰ নিমিত্ত। সমস্ত জগত আৰু ইয়াৰ বিকাশ তেওঁৰ পৰাই হৈছে। জগতৰ লগতে বুদ্ধি, অহঙ্কাৰ আদি চাৰিত্ৰিক বৈশিষ্ট্যৰে জীৱৰো সৃষ্টি হৈছে। ইশ্বৰে জীৱ আৰু জগতৰ লগতে মায়াৰো সৃষ্টি কৰিছে। (মায়াক অবিদ্যা বা অজ্ঞনতা বুলিও কোৱা হয়) ঈশ্বৰ কিন্তু মায়াতীত; তেওঁ নিত্য মুক্ত, পৰম ঐশ্বৰ্যশালী।

দশ দিগপাল সমে জগত সমস্ত।
তোমাতেসে উপজে তোমাতে যায় অস্ত।।

++ ++ ++

আপুনি স্ৰজিলা চৰাচৰ দেহ যত।
সমস্তে ঐশ্বৰ্য্য ভাৱে আছা সমস্তত।।

++ ++ ++

তোমাৰেসে অংশ আমি যত জীৱ জাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক।।

এই মায়া বা অবিদ্যাই জীৱ আৰু জগতক আবৰি ৰখা বাবে মানুহে সত্য আৰু অসত্যৰ মাজত কোনো প্ৰভেদ দেখা নেপায়। সৎ ব্ৰহ্মৰ পৰা হোৱা আৰু তেওঁৰ কাৰ্য বুলি ভবা অসত্য জগতখনকো সত্য যেন লাগে। অৰ্থাৎ মায়াৰ বললে ব্ৰহ্মকো জগতৰূপে দেখা পোৱা যায়।

তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিও প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।
অসন্ত জগতখান তোমাত উদ্ভৱ ভৈল
সন্ত হেন প্ৰকাশে সদায়।

মানুহে মায়াৰে মোহিত হৈ জৰিক সাপ বুলি ভবাৰ দৰে জীৱ আৰু জগতকো সত্য বুলি ভাবিছে। জীৱ আৰু জগত মায়াময় নাম ৰূপ মাথো; প্ৰকৃত পক্ষে পৰমেশ্বৰত বাহিৰে একো নাই; যেনেদৰে মুকুট, কুণ্ডল, কণ্ঠহাৰ আদি বিভিন্ন নাম দিলেও সোণত বাহিৰে একো নহয়।

মুকুট কুণ্ডল যেন সুবৰ্ণৰ ভিন্ন নুহি
মিছা মাত্ৰ নামৰূপ যত।
অহঙ্কাৰ পঞ্চভূত তোমাত পৃথক নুহি
প্ৰভু পৰমাৰ্থ বিচাৰত।।

গতিকে ইয়াৰ মাজেৰে প্ৰকাশ পাইছে বেদান্ত দৰ্শনৰ অদ্বৈত বাদ। শঙ্কৰাচাৰ্য প্ৰৱৰ্তিত অদ্বৈতবাদ হৈছে "ব্ৰহ্ম সত্য জগৎ মিথ্যা"।

ওপৰত উল্লেখ কৰা মায়া বা অবিদ্যা নাশ কৰি সংসাৰ বন্ধনৰ পৰা মুক্তি লাভ কৰিবলৈ হ'লে একান্তভাবৰ হৰিভক্তিয়ে হৈছে একমাত্ৰ উপায়। অন্য কোনো কৰ্ম নকৰি কেৱল শ্ৰৱণ-কীৰ্তন ভক্তিৰে ভগৱানক সন্তুষ্ট কৰিব পাৰিলে সকলো পাপ, ক্লেশ দূৰ হ'ব আৰু মোক্ষলাভ হ'ব আৰু সত্যৰ সন্ধান পাব।

সমস্তে জীৱৰ কৰা মায়াক বিনাশ।
তুমিসি সবাকে দিয়া চৈতন্য শকতি।
++ ++ ++
দিয়ো উপদেশ ভজো তোমাৰ চৰণে।
মায়াৰ বন্ধন ছিগো শ্ৰৱণ কীৰ্তনে।।
জ্ঞান অভ্যাসা কেহো নেদেখি বিশেষ।
শ্ৰৱণ-কীৰ্তনে তৰে সংসাৰৰ ক্লেশ।।

ইয়াৰ লগতে এয়াও প্ৰকাশ পাইছে যে সৎসঙ্গ বা হৰিভকতসকলৰ সৈতে শ্ৰৱণ-

কীৰ্তনেৰে হৰিক ভজনা কৰিলে উত্তম ফল পোৱা যায়। কাৰণ হৰিভকতসকল য'ত থাকে সেই ঠাই তীৰ্থতকৈয়ো বেছি পবিত্ৰ। এই ভক্তসকলে নিৰন্তৰ হৰিনাম শ্ৰৱণ-কীৰ্তন কৰি থকাৰ ফলত সকলো পবিত্ৰ হয় আৰু সকলো সিদ্ধি লাভ হয়।

তোমাৰ ভক্তৰ সঙ্গ পায়া অনুপাম।
ধৰ্ম অৰ্থ কাম মোক্ষ কৰে তৃণ সম।।

++ ++ ++

তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থ স্থান।

++ ++ ++

তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থ স্থান।
তোমাৰ অমৃত কথা ধাৰয়ে বহায়ে যথা
তাক যিটো জনে কৰে পান।।
এড়ায় সংসাৰ ক্লেশ কুৎসিত বিষয় সুখ
তাসম্বাৰ নুহি অভিলাষ।
একবাৰ মাত্ৰ তয়ু চৰণ-চিন্তিলে যিটো
তাৰ সুখ নুহি গৃহবাস।।

গতিকে পৰম জ্ঞান লাভেৰে মায়ামোহ ত্যাগ কৰি সংসাৰ চক্ৰৰ পৰা উদ্ধাৰ পাবলৈ হ'লে হৰিনাম শ্ৰৱণ-কীৰ্তন কৰি তেওঁতে মাত্ৰ শৰণ ল'ব লাগিব।

এতেকে কেৱলে আমি তোমাৰ চৰণে স্বামী
ভজিলোহো জয় জয় বুলি।।

+++ +++

আগম পুৰাণ যত বেদান্তৰ তাৎপৰ্য্য
জানি কৰা ভকতিক সাৰ।
শ্ৰৱণ-কীৰ্ত্তন বিনা আন পুণ্যে নপায় জানা
ইটো ঘোৰ সংসাৰৰ পাৰ।।
শুনিয়োক বুদ্ধজন জনম মৰণ দুঃখ
তৰিবাৰ যাৰ ইচ্ছা আছে।
গোবিন্দৰ নাম-গুণ শ্ৰৱণ-কীৰ্ত্তন কৰা
অন্তকে কেশত ধৰি আছে।।

বেদস্তুতি খণ্ডটোৰ মাজেৰে প্ৰকাশ কৰা হৈছে শ্ৰৱণ-কীৰ্তনৰ লগতে দাস্যভক্তি আৰু একশৰণ নাম-ধৰ্মৰ শ্ৰেষ্ঠতা।

সৰ্বশক্তিমান, সৰ্বব্যাপী নিৰাকাৰ ব্ৰহ্মাই যুগে যুগে সগুণ আকাৰ ধাৰণ কৰি ভিন্ ভিন্ অৱতাৰৰ মাজেৰে ভক্তৰ ভজনীয়ৰূপত মূৰ্ত হৈ অনেক লীলা-খেলাৰে জগতৰ উপকাৰ সাধন কৰিছে। আৰু সেই পৰম ব্ৰহ্মাই যে সাকাৰ ৰূপত কৃষ্ণ, হৰি আদি নামেৰে প্ৰতিভাত হৈছে তাকেই "কীৰ্তন-ঘোষা" গ্ৰন্থখনৰ মাজেৰে দেখুৱা হৈছে।

---

**পাদটীকা**

১। শঙ্কৰদেৱ — কীৰ্তন-ঘোষা
পাতনি- তীৰ্থনাথ শৰ্মা, পৃষ্ঠা-৩
প্ৰকাশক নিউ বুক ষ্টল, গুৱাহাটী

২। Borua B.K — Sankardeva His Poetical Works (Aspects of early Assamese literature edited by Kakati. B.K. G.U. 1959 page-86.

# বৰগীতৰ আলোচনা

অসমত শঙ্কৰদেৱৰ নেতৃত্বত গঢ়ি উঠা সৰ্বভাৰতীয় পটভূমিৰ বৈষ্ণৱ ভক্তি আন্দোলন প্ৰসাৰিত আৰু সফল কৰি তুলিবলৈ মহাপুৰুষজনাই গীত-পদ-ভাওনা আদিৰ সৃষ্টি কৰিছিল। আৰু সেই গীতবে এক শ্ৰেণী গীতক বৰগীত বুলি কোৱা হয়। এই বৰগীতবোৰ অতি প্ৰাচীন কালৰ পৰাই অৰ্থাৎ মৌখিক সাহিত্যৰ যুগৰ পৰাই অসমত প্ৰচলিত হৈ থকা গীত (যিবোৰক লৌকিক গীত বুলি কোৱা হয়) বোৰতকৈ বেলেগ। বৰগীতৰ নামকৰণেই ইয়াৰ বিশেষত্ব বা মহত্বৰ কথা সূচাইছে। বৰগীত বুলিলে মাথো শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা একশ্ৰেণীৰ গীতকহে বুজায়। বৰগীতৰ বিষয়বস্তুৰ সংৰক্ষণশীলতা, প্ৰকাশভঙ্গীৰ সংযমতা, সুৰৰ বিশেষত্ব, পৰিবেশন কৰাৰ সময় আৰু ৰাগৰ নিৰ্দিষ্ট নিয়ম আদিয়ে ইয়াৰ মহত্ব প্ৰকাশ কৰিছে। বৰগীত সম্পৰ্কে ড° বাণীকান্ত কাকতিদেৱে মন্তব্য দিছে এইদৰে "বৰগীতবোৰ ওখ নৈতিক আৰু আধ্যাত্মিকভাবৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণেই সেইবোৰক বৰগীত বোলা হয়। ইংৰাজ কবি হেৰিকেও (Herick) কেতবোৰ আধ্যাত্মিক ভাৱৰ কবিতা ৰচনা কৰি সেইবোৰৰ নাম দিছিল "Noble Numbers"; আমাৰ সাহিত্যতো বৰগীতবোৰ "Noble Numbers."[১] কালিৰাম মেধিয়ে বৰগীতক Songs Cellestial বুলি আখ্যা দিছে। ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে "বিষয়বস্তুৰ মহত্ব, ৰচনাভঙ্গীৰ সৌষ্ঠৱ আৰু শাস্ত্ৰীয় সুৰৰ গাম্ভীৰ্য আৰু কল্পনাৰ সংযমে মহাপুৰুষৰ দ্বাৰা ৰচিত এই গীতসমূহক সমসাময়িক আন শাস্ত্ৰীয় সুৰযুক্ত গীতৰ পৰা পৃথক কৰিছে আৰু এই কাৰণেই ইয়াক সাধাৰণ গীতৰ বিপৰীতে বৰগীত বোলা হয়।"[২] গুৰুচৰিতত উল্লেখ থকা মতে গুৰুজনাই আদিতে বাৰকুৰি বৰগীত ৰচনা কৰিছিল আৰু চ'তমহীয়া বনজুয়ে সেইবোৰ পুৰিছিল। ৫০১ শঙ্কৰাব্দত (১৯৪৯ চন) ৺ হৰিনাৰায়ণ দত্তবৰুৱাদেৱে সম্পাদনা কৰি ছপা কৰা "বৰগীত" পুথিখনত সন্নিৱিষ্ট গুৰুজনাৰ মাথো একুৰি চৈধ্যতা বৰগীতৰ আধাৰতহে আলোচনা আগবঢ়াবলৈ বিচৰা হৈছে।

**বিষয়বস্তু** ঃ যেহেতু বৈষ্ণৱ ভক্তিধৰ্ম প্ৰচাৰ কৰিবৰ নিমিত্তে বৰগীতসমূহ ৰচনা কৰা হৈছে, গতিকে ইয়াৰ মাজেৰে নিৰাকাৰ পৰমব্ৰহ্মৰ ভজনীয় সাকাৰ ৰূপ শ্ৰীকৃষ্ণ (বা ৰাম, নাৰায়ণ, গোপাল) একমাত্ৰ উপাস্য দেৱতা আৰু তেওঁৰ নামৰ মহিমাৰ কথা প্ৰকাশ কৰা হৈছে। শ্ৰীকৃষ্ণই একমাত্ৰ মুক্তিদাতা। ওপৰতেই বৰগীতৰ বিষয়বস্তুৰ সংৰক্ষণশীলতা আদি গুণেৰে মহত্ব থকা বুলি উল্লেখ কৰা হৈছে।

গতিকে ইয়াত শ্ৰীকৃষ্ণক ৰুক্মিণীহৰণ বা ৰাসলীলাৰ প্ৰেমিক হিচাপে চিত্ৰিত কৰা নাই নাইবা মাধৱদেৱৰ বৰগীতৰ চোৰ-চাতুৰী কৰা শ্ৰীকৃষ্ণৰ চিৰশিশু ৰূপটোও দেখুওৱা নাই যদিও দুটামান বৰগীতত বালগোপালৰ মনোমোহা ৰূপটো প্ৰকট কৰিছে। ইয়াত শ্ৰীকৃষ্ণ হৈছে মায়াময় সংসাৰৰ পৰা পৰিত্ৰাণ কৰ্তা, পাপবিনাশকাৰী। শঙ্কৰদেৱৰ বৰগীতবোৰক তিনিটা ভাগত ভগাব পাৰি।

(ক) **বালগোপালৰ বৰ্ণনা ঃ** শ্ৰীকৃষ্ণই গোপ শিশুসকলৰ লগত বৃন্দাৱনত কালিন্দী নদীৰ পাৰত গৰু চৰায়, বেণুবাহী বজায় আৰু নানা ধৰণৰ নৃত্য কৰি আনন্দ কৰে।

আনন্দে গোবিন্দে বায় বৃন্দাবনে বেণু।

++ ++

বালেক গোপালে কৰতৰে কেলি।
উচ্চয়া পাণ্ডনি নাছে, হাছে গোপ মেলি।।

বালগোপালৰ ৰূপ অতি মনোমোহা । তেওঁৰ ৰূপে মদনকো চেৰ পেলাব পাৰে—

দেখু সখি মধুৰ মূৰতি হৰি
ধৰি অধৰে পূৰে মুৰাৰি।।
তণু অভিনৱ ঘন কালা।
উৰু লুলে কদম্বক মালা।।

++ ++

বঙ্কিমনয়ন, সৰোৰুহ হাসি;
হেৰোইতে ভুৱণ ভুলায়।।
মদন দমন ৰূপ, পেখিখে পুনু পুনু;
মুৰুচি পৰয় সুৰনাৰী।

(খ) **গোপী উদ্ধৱ সম্বাদ সম্পৰ্কীয় বৰ্ণনা ঃ** এই ভাগৰ বৰগীতকেইটাৰ মাজেৰে কৰ্তব্যৰ তাৰণাত শ্ৰীকৃষ্ণ বৃন্দাৱন, গোকুলৰ পৰা মথুৰাপুৰলৈ যোৱাত কৃষ্ণৰ পৰমভক্তা গোপিনী আৰু কৃষ্ণপ্ৰাণ গোপবালকসকলৰ কৃষ্ণ অবিহনে যি মৰ্মন্তুদ বেদনাদায়ক অৱস্থাৰ সৃষ্টি হৈছিল তাৰ চিত্ৰ প্ৰকাশ কৰিছে। শ্ৰীকৃষ্ণই সকলো কথা জানি পৰম বান্ধৱ উদ্ধৱক যেতিয়া গোকুললৈ পঠাই দিলে (উদ্ধৱ চলহ গোকুলে লাই/হামুবিনে গোপীৰ তিলকে যুগ যায়।) তেতিয়া গোকুলবাসীয়ে উদ্ধৱক তেওঁলোকৰ প্ৰাণকৃষ্ণৰ বতৰা সুধিছে, শ্ৰীকৃষ্ণৰ গুণবৰ্ণনা কৰি কৰি কৈছে যে যি গোপালক সদায় হৃদয়ত ধ্যান কৰি আছিল, যি কৃষ্ণ গোটেই ব্ৰজবাসীৰে জীৱন-ধন আছিল, সেই কেশৱ বিনে কেনেকৈ জীৱন-ধাৰণ কৰে।

কি কহব উদ্ধৱ কি কহব প্ৰাণ।
গোবিন্দ বিনে ভয়ো গোকুলে উছান।।

++ ++

মধুপুৰী মাধৱ পিউ।
কৈছে ধৰবো অব জীউ।।

++ ++

উদ্ধৱ বন্ধু মধুৰিপু প্ৰাণ হামাৰি।
জীৱন হামাৰি, যদুপুৰী পাৱত, পুনু নাৱত,
ভকত সহৱি, বিৰহ কুমাৰী।

গোপিনীসৱে উদ্ধৱক আৰু কৈছে যে তেওঁলোকে পতি-পুত্ৰৰ অভিলাষ ত্যাগ কৰি মাথো কৃষ্ণৰ চৰণ চিন্তা কৰি আছিল।

পতি সুত সবহু অভিলাষ
ছোড়ি কড়লো কৃষ্ণ চৰণক আশ।।

(গ) **সচ্চিদানন্দ ভগৱান নাৰায়ণৰ বৰ্ণনা ঃ** ভগৱান নাৰায়ণ মায়াতীত মায়াময় সংসাৰৰ পৰা ভক্তসকলক পৰিত্ৰাণ কৰোতা অথবা মুক্তিদাতা। এই ভাগৰ বৰগীতসমূহৰ মাজেৰে বৰ্ণনা কৰা হৈছে যে মায়াময় সংসাৰৰ ভোগবিলাসত মত্ত হৈ থাকিলে তাৰ পৰা উদ্ধাৰ হোৱাৰ কোনো উপায় নাই। কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য এই ছয় ৰিপুৰ কৱলৰ পৰা পৰিত্ৰাণ পাবলৈ হ'লে হৰিনাম শ্ৰৱণ-কীৰ্তন আৰু স্মৰণ কৰি থাকিব লাগিব। ৰাম নামেই একমাত্ৰ মুক্তিৰ উপায়।

বলহু ৰাম নামেসে মুকুতি নিদানা
ভব বৈতৰণী, তৰণী সুখ সৰণী;
নাহি নাহি নাম সমানা।।

ৰাম নামেই সকলো পাপ বিনাশ কৰে। তেওঁৰ নাম ল'লে অথবা শুনিলে ভক্তসকলক সংসাৰৰ পৰা উদ্ধাৰ কৰে, মুক্তি দিয়ে।

জয় জয় যাদব জলনিধি জাধৱ ধাতা
শ্ৰুত মাত্ৰ খিলত্ৰাতা, স্মৰণে কৰয় সিদ্ধি।
দীনদায়া নিধি, ভকত মুকুতি পদদাতা।।

(ঘ) **দাৰ্শনিক/আধ্যাত্মিক/পৰমাৰ্থিক আদৰ্শ ঃ** ঈশ্বৰ ত্ৰিসত্য। তেওঁ মায়াতীত, সচ্চিদানন্দ। সংসাৰ অনিত্য মায়াময়; পুত্ৰ পৰিবাৰ, ধন-ঐশ্বৰ্য সকলো মিছা।

জগজনজীৱন, অজনজনাৰ্দন দনুজদমন দুখহাৰী;
মহদানন্দ, কন্দ, পৰমানন্দ, নন্দনন্দন বনচাৰী।।

++ ++

অথিৰ ধনজন জীৱন যৌৱন
অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰবু কাহেৰি সাৰ।।

ইয়াৰ মাজেৰে ভাৰতীয় বেদান্ত দৰ্শনৰ অদ্বৈতবাদ অৰ্থাৎ ব্ৰহ্মসত্য জগতমিধ্যা প্ৰকাশ পাইছে। নিৰ্গুণ পৰমব্ৰহ্মই সগুণ সাকাৰ ৰূপ ধাৰণ কৰি ৰাম, হৰি, বিষ্ণু আদি নাম বিভূষণেৰে একমাত্ৰ ভজনীয় বা উপাস্য দেৱতা হিচাপে অৱতীৰ্ণ হৈছে।

নাহি নাহি, ৰময়া বিনে, তাপ তাৰক কোই।
পৰমানন্দ, পদ মকৰন্দ, সেৱহু মন মোই।।

সংসাৰখন হৈছে নানান হিংস্ৰ জন্তুৰে ভৰা বাটপথহীন গভীৰ অৰণ্য সদৃশ। ইয়াত হিংস্ৰ জন্তুবোৰ হৈছে— কাম, ক্ৰোধ, লোভ, মোহ আদি মানুহৰ প্ৰবৃত্তিবোৰ আৰু বিষয়-বাসনা, ভোগবিলাস ইত্যাদিয়ে প্ৰকৃত পথ আগুৰি ৰাখি মানুহক নানান নিকাৰ ভুঞ্জাই থাকে।

এভৱ গহণ বন আতি মোহ পাশে ছন্ন
তাতে হামু হৰিণা বেড়াই।
ফান্দিলো মায়াৰ পাশে কালব্যাধে ধায়া আসে
কাম ক্ৰোধ কুত্তা খেদি খাই।।
++ ++
পলাইতে নেদেখো সন্ধি দিনে দিনে দৃঢ় বন্দী
ভৈলো মন্দ মনেৰে যুগুতি।

গতিকে ইয়াৰ পৰা উদ্ধাৰ পাবৰ নিমিত্তে আৰু প্ৰকৃত পথৰ সন্ধান পাবৰ কাৰণে ৰাম নাৰায়ণৰ চৰণত শৰণ লোৱাৰ বাহিৰে অন্য উপায় নাই। তেৱেঁই সকলো পাপ হৰণ কৰি মুক্তি দিব পাৰে।

নাৰায়ণ চৰণে কৰোহো গোহাৰি;
বিষয় বিলাস পাশ ছান্দি ইন্দ্ৰিয়;
মোহি ওহি লুটে বাটোৱাৰী।
++ ++
ৰাম নাম যম, সমৰক সাজিয়ে
সমদলে কয়লি পয়ানা
+++
বলহু ৰাম নামেসে মুকুতি নিদানা
ভব বৈতৰণী তৰণী সৰণী;
নাহি নাহি নাম সমানা।।

ৰাম বা নাৰায়ণৰ নাম স্মৰণ অৰ্থাৎ শ্ৰৱণ-কীৰ্তন কৰি থাকিলে অনায়াসে মুক্তি লাভ কৰিব পাৰে।

বচনে বুলি ৰাম, ধৰম অৰথ কাম, মুকুতি সুখসুখে পায়।
সবকোহো পৰম; সুহৃদ হৰিনাম; ছুটে অন্তকেৰি দায়।।

ভক্তিয়ে হৈছে ঈশ্বৰৰ কৰুণা লাভ কৰাৰ প্ৰকৃত উপায়। বৰগীতসমূহৰ মাজেৰে শ্ৰৱণ-কীৰ্তনৰ উপৰিও প্ৰেমভক্তি দাস্যভক্তি আৰু একশৰণ ভক্তিৰ উল্লেখ কৰিছে।

জনমে জনমে হামু দাসকু দাস।
কেশৱ সবহু ছোড়হু মোহ পাশ।।
++ ++
পাৱে পৰি হৰি কৰোহো কাতৰি প্ৰাণ ৰাখবি মোৰ।

**বৰগীতৰ সুৰ :** ভাৰতীয় সঙ্গীত শাস্ত্ৰৰ যি ক্লাছিকেল বা ধ্ৰুপদী সঙ্গীত আছে অসমৰ বৰগীতসমূহো সেই একেই শাৰীতে ঠাই পাব। বৰগীত আৰু নাটকৰ গায়ন পদ্ধতি একে হ'লেও নাটৰ গীতক বৰগীত নোবোলে। ড° মহেশ্বৰ নেওগে উল্লেখ কৰিছে যে গুৰুজনাৰ "ষড়ছন্দৰ গীত" বোলা তিনিটা গীতৰ বাহিৰে বাকীবিলাক বৰগীতত তালৰ উল্লেখ নাই। সময় আৰু প্ৰসঙ্গ অনুযায়ী ইয়াৰ তাল নিৰ্দেশ কৰিব পৰা হয়। বৰগীত যি অৱস্থাতেই গোৱা নহওক লাগিলে ইয়াৰ নিৰ্দিষ্ট ৰাগ আৰু সুৰৰ পৰা আতৰি যাব নোৱাৰে।[৩] প্ৰকাশিত বৰগীত পুথিখনৰ পাতনিত প্ৰকাশক সম্পাদক হৰিনাৰায়ণ দত্তবৰুৱাদেৱে উল্লেখ কৰিছে— "বৰগীতবোৰত ২১ টা ৰাগৰ উল্লেখ আছে। প্ৰভুশঙ্কৰে কেৱল ১১ টা ৰাগতহে বৰগীত ৰচনা কৰিছিল। ধনশ্ৰী আৰু গৌৰী ৰাগতেই তেৰাই বেছি সংখ্যক বৰগীত ৰচিছিল।" বৰগীতসমূহৰ উচ্চমূল্য নিৰূপণ কৰাতযে ইয়াৰ সুৰৰ অৱদান প্ৰভূত সেই বিষয়ত কাৰো সন্দেহ থাকিব নোৱাৰে।

**বৰগীতৰ ভাষা :** শঙ্কৰদেৱে অঙ্কীয়া নাটকত ব্যৱহাৰ কৰাৰ দৰেই বৰগীততো ব্ৰজাৱলী বা ব্ৰজবুলি ভাষা ব্যৱহাৰ কৰিছে। ওপৰত উল্লেখ কৰা বৰগীতৰ গাম্ভীৰ্য আৰু বৈশিষ্ট্যপূৰ্ণ সুৰৰ মাধুৰ্য প্ৰদান কৰাৰ ক্ষেত্ৰত এই ভাষাই সহায় কৰা বুলি ক'ব লাগিব। শঙ্কৰদেৱে ব্ৰজাৱলী ভাষা ব্যৱহাৰ কৰাৰ যিদৰে অৰ্থ আছে সেইদৰে ইয়াৰ নামকৰণ কৰা সম্পৰ্কেও বিভিন্ন মত আছে। এই ভাষাক কিছুমান গৱেষক পণ্ডিতে ব্ৰজাৱলী আৰু কিছুমানে ব্ৰজবুলি নামেৰে নামকৰণ কৰিছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই মৈথিলী আৰু অসমীয়া ভাষাৰ সংমিশ্ৰণত গঢ়ি উঠা এই কৃত্ৰিম ভাষাক ব্ৰজবুলি নামে অভিহিত কৰিছে। ড° সত্যেন্দ্ৰনাথ শৰ্মাই মন্তব্য দিছে এইদৰে "এই ব্ৰজাৱলী বৈষ্ণৱসকলে সৃষ্টি কৰা এটি কৃত্ৰিম সাহিত্যিক ভাষা, ই

মৈথিলী ভাষাৰ লগত অসমীয়া সংমিশ্ৰণ।"[৪] আকৌ ড° মহেশ্বৰ নেওগে কৈছে— "অসম, বঙ্গ আৰু উৰিষ্যাৰ মধ্যযুগৰ কবিসকলে বিশেষকৈ শ্ৰীকৃষ্ণৰ লীলা বিষয়ক ভক্তিপৰায়ণ কিছু গীত ৰচনা কৰিবৰ নিমিত্তে এটি সাহিত্যিক ভাষা-ৰূপ নিৰ্মাণ কৰি লৈছিল। সেইটিকে ব্ৰজবুলি নাম দিয়া হৈছে আৰু তাক অসমত সাধাৰণভাৱে ব্ৰজাৱলী ভাষা (ইয়াত ব্ৰজাৱলী শব্দটো 'চন্দ্ৰৱলী' শব্দৰ লেখিয়াকৈ বিশেষণ ৰূপ বুলি পৰিগণনা কৰিব লগীয়া) নামে জনা যায়।"[৫] কপিলা বাৎসায়নে তেওঁৰ ৰচিত 'পৰম্পৰাগত ভাৰতীয় নাট্য" নামৰ পুথিত এই ভাষাক ব্ৰজবুলি বুলি কৈছে। "অঙ্কীয়া নাটবোৰ ৰচিত হৈছিল অসমীয়া আৰু মৈথিলী মিশ্ৰিত ব্ৰজবুলি ভাষাত।" সেইদৰে ড° সুকুমাৰ সেন, ড° সুনীতি কুমাৰ চেতাৰ্জী, ড° কৃষ্ণনাৰায়ণ প্ৰসাদ মাগধ প্ৰভৃতি ভালেমান গৱেষক পণ্ডিতে এই ভাষাৰ নামকৰণ সম্পৰ্কে মন্তব্য দিছে আৰু সেই মন্তব্যৰ আধাৰত সিদ্ধান্তলৈ আহিব পাৰি যে 'ব্ৰজাৱলী' আৰু 'ব্ৰজবুলি' দুয়োটাই গ্ৰহণযোগ্য। অসমৰ দৰে বঙ্গ, বিহাৰ আৰু উৰিষ্যাতো ব্ৰজাৱলী (ব্ৰজবুলি) ভাষা আছে। মূল মৈথিলীৰ লগত নিজ নিজ অঞ্চলৰ ভাষাৰ সংমিশ্ৰণত এই ভাষা গঠিত হৈছে। অৱশ্যে পণ্ডিতসকলৰ কিছুমানে মৈথিলীৰ লগতে অৱহট্ট (অপভ্ৰংশ) বা অৱধীৰ প্ৰভাৱো ইয়াত পৰিছিল বুলি কয়। ইয়াৰ উৎপত্তিৰ লগতে কৃত্ৰিমতা সম্পৰ্কেও বিভিন্নজনে বিভিন্ন মন্তব্য কৰিছে। অৰ্থাৎ কিছুমানে ইয়াক কৃত্ৰিম বুলি ক'লেও অন্য কিছুমানে ক'ব নোখোজে। কালিৰাম মেধি, বিৰিঞ্চি কুমাৰ বৰুৱা, ডিম্বেশ্বৰ নেওগ আদিয়ে ইয়াক অন্য ভাষাৰ দৰে মৰ্যদাপূৰ্ণ ভাষা বুলি গণ্য কৰে। ডিম্বেশ্বৰ নেওগে ইয়াক উত্তৰ-পূব ভাৰতৰ জনভাষা বুলি অভিহিত কৰিছে। ড° কৃষ্ণনাৰায়ণ প্ৰসাদ মাগধে দিয়া মন্তব্য "মোৰ ধাৰণা শঙ্কৰদেৱৰ ব্ৰজাৱলী কৃত্ৰিম ভাষা নহয়, বৰং স্থানীয় বিশেষত্ব যুক্ত তৎকালীন সাহিত্যিক হিন্দীৰ কেন্দ্ৰীয় ভাষাৰ এটি ৰূপ। ই হৈছে সমকালীন উত্তৰ ভাৰতৰ আদৰ্শ কাব্যভাষাৰ অঙ্গস্বৰূপ।"[৬] গতিকে এই বিষয়ে ন ন অধ্যয়ন কৰিলেহে ভাষা তত্ত্বৰ ক্ষেত্ৰত নতুন সিদ্ধান্তত উপনীত হ'ব পৰা যাব। এই ভাষাটোৰ নামকৰণ "ব্ৰজাৱলী/ব্ৰজবুলি" কৰা প্ৰসঙ্গতো বিশিষ্টসকলে মন্তব্য আগবঢ়াইছে। ওপৰৰ আলোচনাৰ পৰা মতপোষণ কৰিব পাৰি যে এই ভাষাটো কৃত্ৰিম হওক বা নহওক এটা মিশিত ভাষা। অৱশ্যে এই প্ৰসঙ্গতে ভাষাবিদ ড° উপেন্দ্ৰনাথ গোস্বামী, ড° কৃষ্ণনাৰায়ণ প্ৰসাদৰ মন্তব্য উদ্ধৃত কৰা ভাল হ'ব। ড° গোস্বামীয়ে দিয়া মন্তব্য মতে ব্ৰজাৱলী ভাষাৰ ভিত্তি হৈছে চৰ্য্যাপদৰ ভাষা প্ৰতিনিধিত্ব কৰা পূৰ্ব-প্ৰচলিত সাহিত্যিক ভাষাটোহে; মিথিলাৰ পৰা অনা সম্পূৰ্ণ কৃত্ৰিম ভাষা নহয়। সেইদৰে ড° মাগধেও এই ভাষাত মৈথিলী প্ৰভাৱৰ কথা নুই কৰি মাগধী প্ৰভাৱ স্বীকাৰ কৰিছে। গতিকে সকলোবোৰ মন্তব্যৰ পৰা সিদ্ধান্তলৈ আহিব পাৰি যে ব্ৰজাৱলী ভাষা ব্ৰজধামৰ স্থানীয় ভাষা নহয় অথবা ব্ৰজবাসীসকলে

কোৱা ভাষাও নহয়। সমালোচকসকলৰ মতে এই ভাষাটোৰ নাম ব্ৰজাৱলী/ব্ৰজবুলি ৰখাৰ উদ্দেশ্য হৈছে মানুহৰ মনত শ্ৰীকৃষ্ণ আৰু ব্ৰজবাসীয় কোৱা ভাষা বুলি বিশ্বাস জন্মোৱা। যেহেতুকে বৰগীত অথবা ভক্তিমূলক গীত-পদত শ্ৰীকৃষ্ণৰ মহিমান্বিত জীৱন চৰিতকে ৰূপায়িত কৰা হৈছে সেয়ে এই ভাষা শ্ৰীকৃষ্ণৰ মুখৰ ভাষা হিচাবে ব্ৰজাৱলী বা ব্ৰজবুলি নাম দিব বিচৰা হৈছে। এই প্ৰসঙ্গতে ড° উপেন্দ্ৰনাথ গোস্বামীয়ে ১৪৭৯ চনত কাশীত জন্মলাভ কৰা সন্ত বল্লভাচাৰ্যৰ বিষয়ে আলোচনা কৰোতে লিখা কথা উদ্ধৃত কৰা হ'ল "স্বামী ৰামানন্দৰ দ্বাৰা প্ৰভাৱিত হোৱা ভক্ত কবিসকলে যিদৰে হিন্দী ভাষাত ৰাম উপাসনাৰ আলমত বিপুল সাহিত্য গঢ়ি তুলিলে, শ্ৰীবল্লভাচাৰ্যৰ প্ৰেৰণাৰ দ্বাৰা ঠিক সেইদৰে ব্ৰজভাষাত বিশিষ্ট ভক্তি সাহিত্যৰ সৃষ্টি হ'ল।"[৭] ড° গোস্বামীয়ে আকৌ বল্লভাচাৰ্যৰ অনুগামী অষ্টছাপ সম্প্ৰদায়ৰ কবিসকলেও কৃষ্ণভক্তি বিষয়ক গীত ব্ৰজভাষাত লিখিছিল বুলি উল্লেখ কৰিছে। গতিকে অনুমান কৰিব পাৰি যে সেই সময়ত ব্ৰজভাষা নামেৰে এটি আঞ্চলিক ভাষা আছিল যিটো ব্ৰজাৱলী ভাষাতকৈ বেলেগ আছিল। অৱশ্যে ভাৰতৰ সকলো প্ৰান্তীয় ভাষাৰ মূল প্ৰাচীন ভাৰতীয় আৰ্যভাষা হোৱা বাবে দুয়োটাৰ মাজত কিছু মিলো আছিল। ব্ৰজাৱলীৰ পূৰ্বস্তৰ অৱহট্ট বা মাগধী প্ৰাকৃত আৰু ব্ৰজভাষাৰ শৌৰসেনী বুলি ভাষাবিদসকলে কয়। (শৌৰসেনীক অৱহট্টৰ পূৰ্বৰূপ বুলি ড° সুনীতিকুমাৰ চেতাৰ্জীয়ে গণ্য কৰিছে।) ভাষাতাত্ত্বিক দৃষ্টিৰে বিচাৰ কৰি পণ্ডিতসকলে মতপোষণ কৰিছে যে অন্য ভাষাতকৈ ব্ৰজভাষাৰ লগত ব্ৰজাৱলী ভাষাৰ ঘনিষ্ঠ সম্বন্ধ আছে। শঙ্কৰদেৱে অসমত ব্ৰজাৱলী ভাষা প্ৰয়োগ কৰা সময়ত আৰু তাৰ আগৰ পৰাই উত্তৰ ভাৰতৰ উৰিষ্যা, বিহাৰ, বঙ্গ প্ৰমুখ্যে ঠাইবোৰত বৈষ্ণৱ ভক্তিমূলক গীত-পদ ৰচনা কৰিবলৈ ব্যৱহাৰ কৰা এই ভাষাক উক্ত ঠাইবোৰৰ এক উমৈহতীয়া ভাষা বুলি ক'ব পাৰি। আঞ্চলিক বৈশিষ্টখিনিৰ বাহিৰে ওপৰত উল্লিখিত সকলো ঠাইৰ ব্ৰজাৱলী ভাষাৰ শব্দ সম্ভাৰসহ ব্যাকৰণগত নিয়ম একে। ইয়াৰ উদাহৰণ হিচাপে দুই চাৰিফাঁকি কবিতা উদ্ধৃত কৰা হ'ল।

অৱ মথুৰাপুৰে মাধৱ গেল
গোকুল মানিককো হৰি নেল।। (বিদ্যাপতি)
উদ্ধৱ বন্ধু; মধুপৰী ৰহল মুৰাৰু।
কাহে নাহেৰি ৰহব অৱজীৱন, (শঙ্কৰদেৱ)
পহিলহি ৰাগ নয়ন ভঙ্গ ভেল।
অনুদিন বাঢ়ল অৱধি না গেল।। (ৰায়ৰামানন্দ)

এই প্ৰসঙ্গতে ব্ৰজাৱলী ভাষাৰ শব্দ সম্ভাৰসহ দুই এটা ব্যাকৰণগত বৈশিষ্ট্য উল্লেখ কৰা হ'ল।

(ক) শব্দসম্ভাৰ ঃ এই ভাষাত প্ৰচুৰ পৰিমাণৰ সংস্কৃত (তৎসম) শব্দ ব্যৱহাৰ হৈছে। যথা তনু, অভিলাষ, নাহি, পৰমানন্দ, তৰণি, ধিক ইত্যাদি।
(খ) ব্ৰজাৱলীত বহুবচনৰ স্বতন্ত্ৰ ৰূপ নাই। সব, সকল, গণ আদিৰ প্ৰয়োগেৰে বহুবচন কৰা হয়। (সখিসব)
(গ) অতীত, বৰ্তমান আৰু ভৱিষ্যত কালৰ প্ৰয়োগ আছে।
(ঘ) এই ভাষাত প্ৰায়বোৰ ধ্বনিয়ে সংৰক্ষিত হৈছে।
(ঙ) ইয়াত দীৰ্ঘস্বৰৰ উচ্চাৰণ সদায় দীৰ্ঘত নহয়।

ড° বিৰিঞ্চি কুমাৰ বৰুৱাই ভাষাটোৰ বৈশিষ্ট্য সম্পৰ্কে উল্লেখ কৰিছে এইদৰে— "... Brajabuli, as a language had usser uses of compound consonants, a preponderence of vowels and a alliterative expressions and these phonetic traits may be said to make it a more suitable medium for lyric compositions"[৮]

শঙ্কৰদেৱে ব্ৰজাৱলী ভাষা বৰগীত আৰু অঙ্কীয়া নাটকত ব্যৱহাৰ কৰা সম্পৰ্কে কোনো নিৰ্দিষ্ট কাৰণ উল্লেখ কৰা নাই যদিও বিভিন্ন দৃষ্টিৰে বিচাৰ কৰি সেই বিষয়ে দুই এটা মন্তব্য দিব পৰা যায়। ওপৰত আলোচনা কৰি অহা হৈছে যে অসমত শঙ্কৰদেৱে ব্ৰজাৱলী ভাষা ব্যৱহাৰ কৰাৰ আগৰ পৰাই উৰিষ্যা, মিহাৰ আদিত ভক্তিমূলক গীত-পদ ৰচনা কৰিবৰ নিমিত্তে সন্তসকলে এই ভাষা ব্যৱহাৰ কৰিছিল। শঙ্কৰদেৱে তীৰ্থ ভ্ৰমণ কৰাৰ সময়তে তেওঁ সৰ্বভাৰতীয় বৈষ্ণৱ আন্দোলনৰ অভিজ্ঞতা লাভ কৰাৰ লগতে সেই আন্দোলনৰ দ্বাৰা তেওঁ প্ৰভাৱিতও হৈছিল। অনুমান কৰিব পাৰি যে যেহেতুকে শঙ্কৰদেৱেও সৰ্বভাৰতীয় পটভূমিৰ বৈষ্ণৱ আন্দোলনৰ ফলশ্ৰুতিতে গীত-পদ ৰচনা কৰিববৈলে অনুপ্ৰেৰণা পাইছিল, সেয়ে উত্তৰ ভাৰতৰ সকলো ঠাইৰ লগত এক সমন্বয় সাধন কৰিববৈলে ব্ৰজাৱলী ব্যৱহাৰ কৰিছিল। মন কৰিবলগীয়া কথা যে শঙ্কৰদেৱে তেওঁৰ প্ৰথমটো বৰগীত (মনমেৰি চৰণহি লাগু।/ তই দেখ না অন্তক আগু। ইত্যাদি) ১৪৮১ চনত প্ৰথমবাৰ তীৰ্থ ভ্ৰমণৰ সময়ত বদৰিকাশ্ৰমত ৰচনা কৰিছিল। এই ভাষাৰ জনপ্ৰিয়তা ইতিমধ্যে প্ৰসাৰিত হোৱা কাৰণে শঙ্কৰদেৱে কথ্য ভাষাৰ সলনি ইয়াক ব্যৱহাৰ কৰি মানুহৰ মনত পবিত্ৰ ভাব জগাই আকৰ্ষিত কৰিববৈলে চেষ্টা কৰিছিল। তদুপৰি ব্ৰজৱালী ভাষাত ব্যৱহাৰ কৰা শব্দ সম্ভাৰ আৰু ইয়াৰ গঠন প্ৰণালীয়ে ইয়াত সাঙ্গীতিক মূৰ্চ্চনা উপস্থাপন কৰি মাধুৰ্য প্ৰদান কৰিছে। (এই সম্পৰ্কত ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ মন্তব্য ওপৰত উদ্ধৃত কৰা হৈছে) ড° সত্যেন্দ্ৰনাথ শৰ্মাই ব্ৰজাৱলী ভাষাক মিঠাসুৰীয়া ভাষা বুলি কৈছে। গতিকে দেখা যায় যে এনেকুৱা এক কোমল কান্তি সুৰীয়া ভাষাৰ প্ৰয়োগেৰে শঙ্কৰদেৱে জনসাধাৰণৰ মনত গভীৰ ধৰ্মীয় সাঁচ বহুৱাববৈলে প্ৰযত্ন লৈছিল।

**সাহিত্যিক সৌন্দৰ্য ঃ** বৰগীতৰ বিষয়বস্তুৰ গাম্ভীৰ্যই যিদৰে মহত্ত্ব প্ৰদান কৰিছে সেইদৰে ইয়াত থকা অনুপ্ৰাস, অন্ত্যানুপ্ৰাস আদি শব্দালংকাৰ, অৰ্থালংকাৰ আদিয়েও ব্ৰজাবলী ভাষাৰ সৌন্দৰ্য বৃদ্ধি কৰিছে। ইয়াৰ উদাহৰণ হিচাপে কেইফাঁকিমান বৰগীত উদ্ধৃত কৰা হ'ল—" "জগজন জীৱন, অজন জনাৰ্দন দনুজদমন দুখহাৰী, মহদানন্দ, কন্দ পৰমানন্দ, নন্দ নন্দন বনচাৰী..."। "শুনশুনৰে সুৰ বৈৰী প্ৰমাণা নিশাচৰ নাশ নিদান। ৰাম নাম যম, সমৰক সাজিয়ে সমদলে কয়লি পয়ানা। +++" তদুপৰি ইয়াৰ মাজেৰে প্ৰকাশ পোৱা ভক্তিৰস অৰ্থাৎ শান্তৰস প্ৰমুখ্যে সাহিত্যিক ৰসসমূহেও সৌন্দৰ্য বৰ্দ্ধনত সহায় কৰিছে।

**বৰগীতৰ সীমাবদ্ধতা ঃ** ওপৰতেই উল্লেখ কৰি অহা হৈছে যে বৈষ্ণৱ মাৰ্গৰ শ্ৰৱণ-কীৰ্তন ভক্তিৰ চৌধ্য প্ৰসঙ্গৰ সময় অনুসৰি নিৰ্দিষ্ট তাল মান আৰু ৰাগত নিৰ্দিষ্ট বৰগীত গোৱাৰ নিয়ম আছে। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা একশ্ৰেণীৰ গীতকহে বৰগীত বোলা হয়। একে তালমান হ'লেও অন্যালোকে ৰচনা কৰা গীতক বৰগীত নোবোলে।

**পাদটীকা**

১। ড° কাকতি বাণীকান্ত — পুৰণি অসমীয়া সাহিত্য বৰগীত। পৃষ্ঠা-৫৮
২। ড° শৰ্মা সত্যেন্দ্ৰনাথ — অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত। পৃষ্ঠা- ১২১
৩। ড° নেওগ মহেশ্বৰ — অসমীয়া সাহিত্যৰ ৰূপৰেখা। পৃষ্ঠা-৯৫
৪। ড° শৰ্মা সত্যেন্দ্ৰনাথ — প্ৰাগুক্ত গ্ৰন্থ। পৃষ্ঠা- ১১৯
৫। ড° নেওগ মহেশ্বৰ — ব্ৰজবুলি গীতিগুচ্ছ (সম্পাদিত) আগকথা
৬। ড° ৰয়চৌধুৰী ভূপেন্দ্ৰ — ব্ৰজবুলি সাহিত্য মুকুৰ। পৃষ্ঠা-১১
৭। ড° গোস্বামী উপেন্দ্ৰ নাথ — বৈষ্ণৱ ভক্তিধাৰা আৰু সন্তকথা। পৃষ্ঠা-৫৭
৮। Borua B.K. — "Sankardeva : His poetical works; Aspects of early Assamese literature, page - 99 Edeited by Dr. kakati B.K. G.U.

# ভক্তি প্ৰদীপ

ভক্তি তত্ত্বমূলক গ্ৰন্থ, ভক্তি প্ৰদীপ মহাপৰুষজনাৰ আগ বয়সৰ ৰচনা বুলি প্ৰকাশ। মুঠ তিনিশ আঠোটা পদৰ সমষ্টিৰে সমৃদ্ধ পুথিখন আৰম্ভ কৰা হৈছে শ্ৰীকৃষ্ণৰ বন্দনাৰে।

যথা- জয় জয় কৃষ্ণ কৃপাময় মহাহৰি।
অপাৰ সংসাৰ পাৰ পাৰে যাক স্মৰি।।
হোৱে শুদ্ধ উচ্চাৰি চণ্ডাল যাৰ নাম।
হেনয় কৃষ্ণক কৰো সহস্ৰ প্ৰণাম।। ১

আৰু পুথিখনৰ সামৰণিতো শ্ৰীকৃষ্ণৰ চৰণত প্ৰণতি জনোৱা হৈছে এইদৰে—

হে কৃষ্ণ কৃষ্ণ তোমাৰ চৰণে
প্ৰণামে হুয়ো সন্তোষ।
মুৰুখৰ মোৰ মৰষিয়ো সৱে
বড়াটুটা যত দোষ।। ৩০৮

শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ মাজত হোৱা কথোপকথনেৰে বিষয়বস্তু বিবৃত হোৱা গ্ৰন্থ "ভক্তিপ্ৰদীপ" গৰুড় পুৰাণ আৰু ভাগৱত পুৰাণৰ আধাৰত ৰচনা কৰা বুলি গ্ৰন্থকাৰে উল্লেখ কৰিছে।

শুনা সভাসদ পাপ কৰিয়া উচ্ছাদ।
গৰুড় পুৰাণ কৃষ্ণ অৰ্জুন সম্বাদ।।
ভকতি প্ৰদীপ নাম মহন্তৰ গতি।
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।। ৩

++ ++

কৃপাময় মহামুনি ব্যাস শুকে।
ভকতি প্ৰদীপ শাস্ত্ৰ কৰিলা উৎসুকে।। ৬
ভকতি প্ৰদীপ নামে ভাগৱত পদ।

কিন্তু এই প্ৰসঙ্গতে উল্লেখ কৰিব লাগিব যে সম্প্ৰতি যি মুদ্ৰিত গৰুড়পুৰাণ পোৱা যায়, তাৰ মাজত কিন্তু ভক্তি প্ৰদীপ বৰ্ণিত কৃষ্ণ-অৰ্জুনৰ মাজৰ কথোপকথন পোৱা নেযায়।[১] আকৌ ড° বিৰিঞ্চিকুমাৰ বৰুৱাই মন্তব্য কৰিছে এইদৰে— Though the work is said to have been compiled from the Garuda Purana, infact its contents tally more with the materials of Book XI of

the Bhagavata.[২] গতিকে ভক্তি প্ৰদীপৰ সকলো কথাই ভাগৱতৰ পৰাও সংগ্ৰহ কৰা বুলি কোৱাটো টান। ইয়াত কবিৰ নিজা উদ্ভাৱনৰ কথাও থাকিব পাৰে। এই সন্দৰ্ভতে আকৌ উনুকিয়াব পাৰি যে ভক্তি প্ৰদীপৰ এঠাইত গ্ৰন্থকাৰে মাথো "ইটো কৃষ্ণ কথা শুনিয়োক সৰ্বজন। গীতাত কহিলা এহি কথা নাৰায়ণ।।"(৪০) বুলি উল্লেখ কৰাৰ বাহিৰে গ্ৰন্থৰ বিষয়বস্তুৰ সমল গীতাৰ পৰা লোৱা বুলি ক'তো কোৱা নাই। অথচ ভক্তি প্ৰদীপ আৰু ভগৱদ্‌গীতাৰ প্ৰকাশভঙ্গী আৰু ভক্তিতত্ত্ব সম্পৰ্কীয় ভালেমান কথাৰ মিল আছে। কাৰণ দুয়োখন গ্ৰন্থৰ বিষয়বস্তু বিবৃত হৈছে ভগৱান শ্ৰীকৃষ্ণ আৰু ভক্ত অৰ্জুনৰ মাজত হোৱা কথোপকথনেৰে। গীতাত দেখুৱা হৈছে অৰ্জুন যুদ্ধক্ষেত্ৰলৈ আহি সন্মুখত উভয় পক্ষৰ সৈন্যসকলক দেখি ভয়, শংকাত কিংকৰ্তব্য বিমূঢ় হৈ তেওঁৰ ৰথৰ সাৰথি ভগৱান শ্ৰীকৃষ্ণক প্ৰাৰ্থনা কৰিছিল এইদৰে "কুলক্ষয় দোষ আৰু স্বজনৰ প্ৰতি মমতা এইবোৰৰ চিন্তাত মোৰ হিতাহিত জ্ঞান লোপ পাইছে। মই ক্ষত্ৰিয় ধৰ্মৰ পৰা বিচলিত হৈছো। হে জনাৰ্দন। মই তোমাৰ শিষ্য, শৰণাগত। মোক তুমি ধৰ্ম কি, অধৰ্ম কি ভালকৈ বুজাই দিবা। ... "কাৰ্পন্য দোষোপহতস্বভাৱ ঃ পৃচ্ছামি ত্বাং ধৰ্ম্ম সংমূঢ়চেতা ঃ। যচ্ছ্ৰেয় ঃ স্যান্নিশ্চিতং ব্ৰুহি তন্মে শিষ্যস্তেহহং শাধি মাং ত্বাং প্ৰপন্নম্।। (২/৭) এইদৰে অৰ্জুনে পুনঃ পুনঃ কৰা প্ৰশ্নৰ উত্তৰ যথাযথভাৱে শ্ৰীকৃষ্ণই দি গৈছে।

ভক্তি প্ৰদীপতো দেখুৱা হৈছে যে শঙ্কিত অৰ্জুনে শ্ৰীকৃষ্ণক প্ৰাৰ্থনা কৰিছে—

মোৰ মহা শঙ্কা দূৰ কৰা দেৱহৰি।
তুমি সি পৰমগুৰু হৈবা আজিধৰি।।
শৰীৰক সমৰ্পিলো পাৱত তোমাৰ।
গুচায়োক মোৰ মহা অজ্ঞান আন্ধাৰ।।

ইয়াৰ উত্তৰত শ্ৰীকৃষ্ণই কৈছে—

মোৰ কথা শ্ৰৱণ-কীৰ্তন বিনে আন।
নাহিকে ভকতি সখি দৃঢ় কৰা জ্ঞান।। ২৭

++ ++

মোৰ কথা শ্ৰৱণত কৰিবেক ৰতি।
আকেসে বুলিয় সখি উত্তম ভকতি।।

এইদৰে অৰ্জুনৰ প্ৰশ্নৰ উত্তৰত শ্ৰীকৃষ্ণই ভক্তিৰ মূল কথাবোৰ অৱগত কৰাইছে। আৰু শেষত অৰ্জুনক শ্ৰীকৃষ্ণই কৈছে—

দেৱৰ ধৰ্মক মানে কৰা পৰিত্যাগ।
হুয়োক শৰণাপন্ন একে মোতে মাত্ৰ।
মোক ভজি হুইবা মোহ মুকুতিৰ পাত্ৰ।। ১০১

+++ +++

পাইবা মহামোক্ষ সুখে মোহোৰ সেৱাক।
তুমি মহা মিত্ৰ জানি কহিলো তোমাত।। ১০২

গীতা শাস্ত্ৰৰো অষ্টাদশ অধ্যায়ত শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে—

সৰ্ব্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্ব পাপেভ্যো ঃ মোক্ষয়িষ্যামি মা শুচঃ।। ৬৬

সকলো ধৰ্মাধৰ্মৰ বিচাৰ পৰিত্যাগ কৰি অৰ্থাৎ সকলো কৰ্ম আৰু তাৰ ফল মোত অৰ্পণ কৰি একমাত্ৰ মোকেই আশ্ৰয় (শৰণ) কৰা। তোমাক সকলো পাপৰ পৰা মুক্ত কৰিম। তুমি শোক নকৰিবা।

গীতা শাস্ত্ৰত বৰ্ণনা কৰা মতে অৰ্জুনৰ অনুৰোধমৰ্মে শ্ৰীকৃষ্ণই তেওঁৰ বিশ্বৰূপ দেখুৱাইছে আৰু এই বিশ্বৰূপ দেখি অৰ্জুনৰ মনত ধাৰণা হৈছে যে ইমানদিনে যে শ্ৰীকৃষ্ণক চিনি নেপাই সখি বুলি ভাবি যথেষ্ট অপৰাধ কৰিছে গতিকে অৰ্জুনক শ্ৰীকৃষ্ণই ক্ষমা কৰিব লাগে।

সখেতি মত্বা প্ৰসভং যদুক্তং,
হে কৃষ্ণ হে যাদৱ, হে সখেতি।
অজানত ঃ মহিমানং তৱেদং,
ময়া প্ৰমাদাৎ প্ৰণেয়ন বাপি।।
যচ্চা বহা সাৰ্থম্ সৎকৃতোহসি,
বিহাৰ শয্যাসন ভোজনেষু।
একোহথৱাপ্যচ্যুত তৎসমক্ষং,
তৎক্ষাময়ে ত্বামহম প্ৰমেয়ম্।। ১১/৪২

ভক্তি প্ৰদীপতো অৰ্জুনৰ অনুৰোধ মৰ্মে ভগৱান শ্ৰীকৃষ্ণৰ নিজৰূপ (বিশ্বৰূপ) দেখুৱাইছিল আৰু সেই ৰূপ দেখাৰ পিছত নিজে কৰি অহা ভুলৰ বাবে শ্ৰীকৃষ্ণৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছে।

আজিসি জানিলো তুমি পৰম ঈশ্বৰ।
নিচিনি কৰিলো অপৰাধ দামোদৰ।।
তুমি এৰে কৰো একে শয্যাত নিবাস।
ওবা সখি ওবা কৃষ্ণ কৰো পৰিহাস।। ২৭৯
সি সব সুমৰি মোৰ কম্পিত হৃদয়।
অজ্ঞনীৰ দোষ মৰষিয়ো কৃপাময়। ২৮০

এতিয়া গ্ৰন্থখনৰ মাজৰে প্ৰকাশ পোৱা ভক্তিতত্ত্বৰ বিষয়ে আলোচনা কৰাৰ সুবিধাৰ বাবে আৰম্ভণিতে ইয়াত সন্নিবিষ্ট কৰা বিষয়বস্তুৰ চমু আভাষ থাকিলে ভাল হ'ব।

ভক্তি প্ৰদীপৰ বিষয়বস্তু আৰম্ভ কৰিছে যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ

উল্লেখনেৰে। এই ৰাজসূয় যজ্ঞইও সংসাৰ মুক্তি দিব নোৱাৰে বুলি অঙ্গিৰা আৰু নাৰদমুনিয়ে মন্তব্য দিয়াত অৰ্জুনৰ মনত সংশয় ওপজে। তেতিয়া অৰ্জুনে শ্ৰীকৃষ্ণক প্ৰাৰ্থনা জনাইছে এই মুক্তিৰ উপায় সম্পৰ্কে কৈ তেওঁৰ মনৰ ভয় দূৰ কৰিবলৈ। ইয়াৰ উত্তৰত ভগবান শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে যে হৰিভক্তিয়ে হৈছে মুক্তিৰ একমাত্ৰ উপায়। হৰিভক্তিয়ে মায়া বা কৰ্মবন্ধন চিণ্ডি পেলাই মোক্ষ অৱস্থালৈ লৈ যায়।

মাধৱে বোলন্ত সখি শুনা সবে ভেদ।
মোৰ ভকতিসে কৰে কৰ্ম্মবন্ধ ছেদ।।
নাহিকে প্ৰয়াস সখি সুখে মোক্ষ সাধে।
হৰিৰ ভকতি একো বিঘিনি নবাধে।। ২১

অন্য দেৱ-দেৱীক ভকতি নকৰি কোনোবাই যদি একান্তমনে মাত্ৰ হৰিনাম শ্ৰৱণ-কীৰ্তন কৰি থাকে তেনেহ'লে তেওঁৰ সমস্ত পাপ মোচন হৈ মোক্ষ লাভ হ'ব। এই প্ৰসঙ্গতে শ্ৰীকৃষ্ণই অৰ্জুনৰ আগত সুশীল ব্ৰাহ্মণ আৰু চণ্ডালিনীৰ আখ্যান এটি বিবৃত কৰিছে। আখ্যানটোৰ মতে বহু পুৰণিকালত এজনী চণ্ডালিনী একান্ত বিষ্ণুভক্তা আছিল। বিষ্ণুৰ বাহিৰে কোনো দেৱতাক সেৱা নকৰিছিল। এদিন তাই লগুৰীয়াসকলৰ সৈতে গঙ্গাৰ পাৰলৈ গৈ দেখিলে যে তাত এজন সুশীল ব্ৰাহ্মণে শ্ৰেষ্ঠ দেৱতা বুলি ইন্দ্ৰক পূজা কৰি আছে স্বৰ্গপ্ৰাপ্তিৰ অৰ্থে। ব্ৰাহ্মণে অন্য দেৱতাক পূজা কৰা দেখি চণ্ডালিনীয়ে নিজৰ পাপ হোৱা বুলি ভাবি বিষ্ণুক স্মৰণেৰে গঙ্গাত স্নান কৰি পাপ বিমোচন কৰিব বিচাৰিছে।

শুনি চাণ্ডালিনী বিষ্ণুক স্মৰিয়া
বৃদ্ধাঙ্গুষ্ঠে কৰ্ণ চুই।।
বিপ্ৰৰ দুৰ্ঘোৰ কৰ্ম্ম দেখি সিটো
চাণ্ডালী বিস্ময় ভৈলা।
মোত মহাপাপ সিজিল বুলিলা
বিষ্ণু বিষ্ণু স্মৰি ৰৈলা ৫৭
সঞ্চৰাইলে আমাত পাতক অধোগামী।
এহিবুলি গঙ্গাত মজ্জিলা জলে নামি।। ৬৯
সবস্ত্ৰে কৰিলা স্নান বোলে স্তুতিবাক।
বিষ্ণুপাদোদকে কৰা পৱিত্ৰ আমাক।। ৭০

স্নান কৰাৰ পিছত চণ্ডালিনীয়ে ভাবিল

শৰীৰৰ পাপ গুচাইলোহো গঙ্গাস্নানে।
নুগুচে মোহোৰ মনৰ মহাপাপ।
এহিবুলি কৃষ্ণনাম মন্ত্ৰ কৰে জপ।। ৭১

এইদৰে একনিষ্ঠভাৱে কৃষ্ণনাম জপ কৰি থাকোতে পৰমবৈষ্ণৱ নাৰদমুনিৰ আগমন হ'ল আৰু চণ্ডালিনীৰ চিন্তাকৰ্ম দেখি বিস্ময়ান্বিত হৈ ঘটনাৰ আদ্যোপান্ত জানিব বিচাৰিলে। ইয়াৰ উত্তৰত চণ্ডালিনীয়ে নাৰদক সকলো কথা বিবৰি ক'লে। নাৰদে চণ্ডালিনীৰ কৃষ্ণভক্তি দেখি পৰম আনন্দিত হ'ল আৰু চণ্ডালিনীক পৰমভক্তা বুলি বাৰে বাৰে প্ৰশংসা কৰিবলৈ ধৰিলে।

শুনি মুনি পৰম বিস্ময় ভৈলা মনে।।
কিনো মহাভাগ্য এইৰ বুদ্ধি বিপৰীত।
ঈশ্বৰ কৃষ্ণত কৰিলেক একচিত।।
দঢ়াইল মনত একশৰণ ভকতি।
কিমতে জানিল কৃষ্ণদেৱক সম্প্ৰতি।। ৯১
ধন্য ধন্য চাণ্ডালিনী বুদ্ধিত উত্তম।
নেদেখিলো পৰম ভকত তোক সম।।

লগতে নাৰদে ইয়াকো কৈছে যে চণ্ডালিনী পৰম বৈষ্ণৱী হোৱা কাৰণে বিষ্ণুৰ প্ৰসাদত তীৰ্থতকৈও পবিত্ৰ। গতিকে তাইক দেখি নাৰদে নিজকে ধন্য মানিছে আৰু চণ্ডালিনীক প্ৰদক্ষিণ-পূৰ্বক প্ৰণাম জনাইছে।

তীৰ্থক পবিত্ৰ কৰে ইটো কোন চিত্ৰ।
তোৰ দৰশনে হোৱে জগত পবিত্ৰ।। ৯৩
এতেকে বোলন্ত উপজিল প্ৰেম ভাব।
চাণ্ডালীক বোলন্ত শুনিয়ো আৱে মাৱ।।
জগতৰে পূজ্য ভৈলি ইটো কোন কথা।
মোহোৰ বন্দনী তই জানিবি সৰ্ব্বথা।। ৯৪

এইদৰে চণ্ডালিনীক প্ৰশংসা কৰি আনন্দচিত্তে নাৰদে প্ৰস্থান কৰিছে।

ওপৰত উল্লিখিত আখ্যানটোৰ দৃষ্টান্তেৰে পুনৰ শ্ৰীকৃষ্ণই অৰ্জুনক উপদেশ দিছে—

এহি জানি স্মৰা মোক বান্ধৱ অৰ্জুন।
কৰিয়ো কীৰ্ত্তন মুখে মোৰ নাম-গুণ।।
একচিত্তে মোক মাত্ৰ কৰা সেৱ।
পৰিহৰা দূৰতে যতেক আনদেৱ।। ১০০

++ ++

হুয়োক শৰণাপন্ন একেমোতে মাত্ৰ।
মোক ভজি হুইবা মোহ মুকুতিৰ পাত্ৰ।। ১০১

ইয়াৰ পিছত অৰ্জুনে ভাগৱত ধৰ্মনো কি তাক জানিব বিচৰাত শ্ৰীকৃষ্ণই কৈ গৈছে। ভাগৱতৰ মৰ্ম কথা হৈছে একমাত্ৰ ভগৱান বিষ্ণু বা হৰিয়ে উপাসনাৰ বা ভজনীয়

দেৱতা। একান্তভাৱে হৰিক ভক্তি কৰিলে সকলো পাপ বিমোচন হয় আৰু মোক্ষলাভ হয়। ইয়াৰ ভিতৰত শ্ৰৱণ-কীৰ্তন ভক্তিয়ে হৈছে উত্তম ভক্তি। হৰিৰ মহিমান্বিত নাম শ্ৰৱণ-কীৰ্তনৰ প্ৰভাৱত সকলো পবিত্ৰ হয় আৰু অসাধ্য সাধন হয়।

মোৰ নাম কৰ্ম কৰা শ্ৰৱণ-কীৰ্ত্তন।
হুয়ো মহা সুখে সখি সংসাৰ তাৰণ।। ১৫২

++ ++

মহাধৰ্ম কৰ্ম্ম য'ত আছে সংসাৰত।

+++

নাম সুমৰণে সৱে উপজে লগত।। ১৬৩

++ ++

মোৰ কৃষ্ণনামে সাধে সমস্ত কল্যাণ।। ২৮৬
ইটো কৃষ্ণনামত সমস্তে আছে গুণ।
হেন জানি কৃষ্ণ নাম স্মৰিয়ো অৰ্জুন।
কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি কৰিয়ো কীৰ্ত্তন।
এতেকতে হৈবেক সংসাৰ নিৱৰ্ত্তন।। ২৮৭

ভাগৱতে ইয়াৰ লগতে এই কথাটোও কৈছে যে হৰিক আৰাধনা কৰি পৰমপদ লাভ কৰিবলৈ হ'লে ভক্ত নিজে শান্ত, শুদ্ধ চিত্তৰ হ'ব লাগিব। সকলো জীৱৰ প্ৰতি সকৰুণ দয়া আৰু সমভাৱ পোষণ কৰিব লাগিব। কাৰো ধৰ্মৰ প্ৰতি হিংসাভাব নেৰাখি সকলো ধৰ্মৰ প্ৰতি প্ৰীতিভাবপন্ন হ'ব লাগিব। কৃষ্ণই আৰু কৈছে যে তেওঁ সমস্ত প্ৰাণীৰ অন্তৰতে বিৰাজমান; এনে মনোভাৱেৰে ভক্তই তেওঁক ভজনা কৰিব লাগে।

পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দায়া সকৰুণ চিত্ত।।
হুইবা শান্ত চিত্ত সৰ্ব্ব ধৰ্ম্ম বৎসল।
এহি ভাগৱত ধৰ্ম্ম জানা মহাবল।। ১৪১

++ ++

সমস্তেভূতৰ হৃদয়ত আছো আমি।
পৰম সুন্দৰ মনোহৰ অন্তৰ্য্যামী।। ১৪৬
হেন বুদ্ধি কৰি সৰ্ব্বদায়ে ভজা মোক।
এতেকে তৰিবা সংসাৰৰ দুখ শোক।। ১৪৭

ভাগৱত ধৰ্মৰ কথা শুনি থকাৰ সময়তে অৰ্জুনে কৰা প্ৰাৰ্থনাত সন্তুষ্ট হৈ শ্ৰীকৃষ্ণই তেওঁৰ নিজ ৰূপ (পৰমেশ্বৰ ৰূপ) অৰ্জুনক দেখুৱাইছে। ভগবানৰ সেই ৰূপ দেখাৰ

পিছত অৰ্জুন পৰম আনন্দিত হৈছে আৰু ইমান দিনে অজানিতে কৰি অহা দোষ-ত্ৰুটিৰ বাবে শ্ৰীকৃষ্ণৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা জনাইছে। (এই সম্পৰ্কে ওপৰতে আলোচনা কৰা হৈছে) শ্ৰীকৃষ্ণ-অৰ্জুনৰ ভক্তিত সন্তুষ্ট হৈছে আৰু উপদেশ দিছে।

এৰা অনুৰাগ প্ৰাণ সখি দেওঁ হাক।
তোমাৰ ভকতি তুষ্ট কৰিলা আমাক।।
দেখি প্ৰেম ভকতি তোমাত ভৈলো বশ্য।
কৰিলো প্ৰকাশ ইটো পৰম ৰহস্য।। ২৮২

++ ++

হেন জানি সমস্ত ধৰ্মক পৰিহৰি।
তৰিয়ো সংসাৰ সুখে কৃষ্ণনাম স্মৰি।। ২৮৮

ইয়াৰ পিছত শ্ৰীকৃষ্ণই তেওঁৰ প্ৰিয় শিষ্য অৰ্জুনৰ অনুৰোধ মৰ্মে বৈকুণ্ঠৰ বৰ্ণনা দিছে। ভগৱানৰ নিজধাম বৈকুণ্ঠ হৈছে কাল, মায়া, কাম, ক্ৰোধ, লোভ, মোহ আদিৰ প্ৰভাৱ মুক্ত। তাত সদায় পৰম আনন্দই বিৰাজ কৰিছে।

নাহি তৈতে মায়া কালৰ বিক্ৰম
লোভ মোহ ক্ৰোধ কাম।
সদায় আনন্দ মায়ামৱ সুখ
প্ৰসিদ্ধ বৈকুণ্ঠ ধাম।। ২৯৪

বৈকুণ্ঠত বাস কৰা লোক সকলো হৈছে ভগৱানৰ দৰে কলেবৰ আৰু ইন্দ্ৰিয় ভোগৰহিত হৈ সদায় আত্মসুখ আনন্দত মগ্নহৈ হৰিনাম শ্ৰৱণ-কীৰ্তন কৰি থাকে।

ইন্দ্ৰিয়ৰ ভোগ স্বৰ্গ সুখ মানে
কুৎচিত আতি বিনাশী।
যিটো নিজ সুখ আত্মাৰ আনন্দ
বৈকুণ্ঠত মিলে আসি।।
মোহোৰ সমান সম্বোদ্ধি স্বৰূপ
ভকতে পাৱে তথাত।
নীল তনুপীত বস্ত্ৰে ৰঞ্জে আতি
সমস্তৰে চাৰি হাত।। ২৯৫
সদায় আনন্দ মোৰ গুণ নাম
শ্ৰৱণ-কীৰ্ত্তন কৰে।
পৰম প্ৰেমত তনু ৰোমাঞ্চিত
নেত্ৰৰ লোতক ঝৰে।। ২৯৬

উত্তম ভকতিৰ বলতহে মহাভক্তগণে এই সদানন্দ পুৰ বৈকুণ্ঠত বাস কৰিব পাৰে; আৰু এই উত্তম ভকতি হৈছে একান্তভাৱে হৰি গুণ নাম শ্ৰৱণ-কীৰ্তন কৰা।

প্ৰহ্লাদ নাৰদ বলি মুখ্য কৰি
আছে যত মোৰ দাস।
মোৰ গুণ নাম লৈয়া মহাসুখে
পাৱৈ গৈয়া মোৰ পাশ।।

এইদৰে শ্ৰীকৃষ্ণই ভক্ত অৰ্জুনৰ আগত বৈকুণ্ঠৰ মাহাত্ম্যপূৰ্ণ বৰ্ণনা দি গৈছে।

ওপৰত চমুকৈ ''ভক্তি প্ৰদীপ''ৰ বিষয়বস্তুৰ যি বৰ্ণনা দিয়া হ'ল ইয়াৰ পৰা স্পষ্টভাৱে প্ৰকাশ পাইছে যে মূলতঃ গ্ৰন্থখনৰ মাজেৰে বৈষ্ণৱ ভক্তিধৰ্মৰ কথা মূৰ্ত কৰি তুলিব বিচৰা হৈছে। ভাগৱতকেন্দ্ৰীক বৈষ্ণৱ ধৰ্মৰ মূল কথা হৈছে একশৰণ ভক্তি। একান্ত ভক্তিৰ জৰিয়তেহে ভগৱান বিষ্ণুক সন্তুষ্ট কৰিব পাৰি আৰু সংসাৰ বন্ধনৰ পৰা মুক্তহৈ ভগৱানৰ সান্নিধ্য লাভ কৰিব পাৰি।

কহো সত্যে পাৱে মোক কেৱল ভকতি।। ২২
নপাও অন্ত কহি মহা ভকতিৰ গুণ।
হেন জানি ভকতিক ধৰিয়ো অৰ্জ্জুন।।
ভকতিত পৰে গতিদাতা নাহি আন।
বেদ শিৰোৰত্ন মন্ত্ৰ ইহাৰ প্ৰমাণ।। ২৩

++ ++

মোক এৰি আন একো নভজে দেৱক।
সেহি ভক্তি এৰুৱাৱে সমস্ত কৰ্ম্মক।। ২৯
সেহি একশৰণ ভজন অনুপাম।
নুশুনয় আন একো দেৱতাৰ নাম।। ৩০

গ্ৰন্থখনৰ মাজেৰে প্ৰতিভাত কৰিছে যে একমাত্ৰ হৰিভক্তিয়ে হৈছে সকলো পাপ বিমোচন আৰু মোক্ষলাভৰ উপায়। নৱধা ভক্তিৰ ভিতৰত ইয়াত শ্ৰৱণ-কীৰ্তনকে শ্ৰেষ্ঠ স্থান দিয়া হৈছে।

মোৰ কথা শ্ৰৱণ কীৰ্ত্তন বিনে আন।
নাহিকে ভকতি সখি দৃঢ় কৰা জ্ঞান।। ২৭
মোৰ জন্ম কৰ্ম মোহোৰেসে গুণ নাম।
আকেসে কীৰ্ত্তন কৰিবেক অবিশ্ৰাম।।
মোৰ কথা শ্ৰৱণত কৰিবেক ৰতি।
আকেসে বুলিয় সখি উত্তম ভকতি।। ২৮

থূলমূলভাৱে ইয়াকে ক'ব পাৰি যে ''ভক্তি প্ৰদীপ''ৰ বৰ্ণিত বিষয়বস্তুৰ মাজেৰে বিবৃত হৈছে শ্ৰৱণ-কীৰ্তন ভক্তিৰ শ্ৰেষ্ঠতা আৰু একশৰণ নাম-ধৰ্মৰ মহত্ব (হৰিনাম মাহাত্ম্য)।

যথা—

কৃষ্ণনাম সমস্তে নামত শ্ৰেষ্ঠতৰ।
হুয়া একশৰণ আমাত যিটো নৰ।।
কৃষ্ণ কৃষ্ণ মহা কৃষ্ণ বুলিও সুমৰে।
মহাখৰ্ব্ব কোটি জনমৰ পাপহৰে।। ২৩৭

++ ++

যদ্যপি অক্ষৰ দুই দেখা কৃষ্ণনাম।
তথাপি ত্ৰৈলোক্যে নাহি ইহাৰ উপাম।।
যতেক পাতক আছে ব্ৰহ্মাণ্ড ভিতৰে।
সবাকো কৰিব পাৰে ভষ্ম একেবাৰে।। ২৪৬

ইয়াৰ লগতে গ্ৰন্থখনৰ মাজেৰে আৰু প্ৰকাশ কৰা হৈছে যে শ্ৰৱণ-কীৰ্তনেৰে হৰিক ভক্তি কৰোঁতাজন হ'ব লাগিব শান্ত, শুদ্ধ চিত্তৰ। অন্যধৰ্মৰ প্ৰতি কোনো বিদ্বেষ ভাব নেৰাখি তেওঁ সকলো প্ৰাণীৰ প্ৰতি দয়াশীল হৈ তেওঁলোকক বিষ্ণুজ্ঞান কৰি নিষ্কাম ভকতিৰে হৰিক সন্তুষ্ট কৰিব লাগে।

হুইবা শান্ত চিত্ত সৰ্ব্ব ধৰ্ম্মত বৎসল।
এহি ভাগৱত ধৰ্ম্ম জানা মহাবল।। ১৪১

++ ++

সমস্তে ভূতৰ হৃদয়ত আছো আমি।
পৰম সুন্দৰ মনোহৰ অন্তৰ্য্যামী।। ১৪২
হেন বুদ্ধি কৰি সৰ্ব্বদায়ে ভজা মোক।
এতেকে তৰিবা সংসাৰৰ দুখ শোক।।

আৰু ইয়াৰ বিপৰীতে হৰিভক্তিহীন ব্যক্তিয়ে সংসাৰৰ নানা নিকাৰ ভুঞ্জি থাকি কোনোদিনে মোক্ষ লাভ কৰিব নোৱাৰিব।

পৰম সুদৃঢ় নাৱ নামেসে আমাৰ।
সংসাৰ সাগৰে মই সুজান কাণ্ডাৰ।।
মোক তেজি সংসাৰ সাগৰে যাইবা তল।
নুহিবা উদ্ধাৰ জন্ম কৰিয়া বিফল।। ১৭১

পৰিশেষত গ্ৰন্থখন সম্পৰ্কে মন্তব্য দিয়াৰ ক্ষেত্ৰত ক'ব লাগিব যে ভক্তি প্ৰদীপৰ মাজেৰে হৰিভক্তি আৰু নামধৰ্মৰ শ্ৰেষ্ঠতা আৰু মাহাত্ম্য প্ৰকাশ কৰিছে যদিও ইয়াত কিছুমান পৰস্পৰ বিৰোধী কথা প্ৰকাশ পোৱা পৰিলক্ষিত হৈছে। কিয়নো ইয়াত দেখুৱা হৈছে হৰিভক্তিৰ পৰকাষ্ঠা বা শ্ৰেষ্ঠত্ব আৰু হৰিনাম মাহাত্ম্য। আৰু এইটোও দেখুৱা হৈছে যে প্ৰকৃত হৰিভক্তসকল হ'ব লাগিব ৰাগ, দ্বেষ, অহংকাৰ বৰ্জিত, সকলো ধৰ্ম আৰু প্ৰাণীৰ প্ৰতি শ্ৰদ্ধা আৰু দয়াৰ ভাব থাকিব

লাগিব। হৰিভক্তসকল তীৰ্থতকৈও পবিত্ৰ আৰু তেওঁৰ সান্নিধ্যত অন্যও পবিত্ৰ হয়।

পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দায়া সকৰুণ চিত্ত।।
হুইবা শান্ত চিত্ত সৰ্ব্বধৰ্ম্মত বৎসল।
এহি ভাগৱত ধৰ্ম্ম জানা মহাবল।। ১৪১

+++

চাৰিও বেদৰ তত্ত্ব তই আছা জানি।
তইসি উত্তমজাতি তই মহা জ্ঞানী।।
তীৰ্থক পবিত্ৰ কৰে ইটো কোন চিত্ৰ।
দোৰ দৰশনে হোৱে জগত পবিত্ৰ।। ৯৩

কিন্তু ইয়াত বৰ্ণিত সুশীল ব্ৰাহ্মণ আৰু চণ্ডালিনীৰ আখ্যানটোত দেখুৱা হৈছে যে ইন্দ্ৰক পূজা কৰা ব্ৰাহ্মণজনক দেখা আৰু তেওঁৰ লগত কথা কোৱা কাৰণে বিষ্ণুভক্তা চণ্ডালিনীৰ পাপ ওপজিছে। আৰু চণ্ডালিনীয়ে ব্ৰাহ্মণজনক অধম পাষণ্ড আদি শব্দ ব্যৱহাৰ কৰি নানা তুচ্ছ-তাচ্ছিল্য কৰিছে।

১। পৰম অধম দ্বিজ ইহাৰ আলাপে।
ভৈলো অপবিত্ৰ মোক পৰশিল পাপে।। ৬৮
কেনমতে শুদ্ধহও মনে কৰিধ্যান।
সখি সমস্তক বোলে জাণ্টে কৰো স্নান।।
সঞ্চৰাইলে আমাত পাতক অধোগামী।
এহিবুলি গঙ্গাত মজ্জিলা জলে নামি।। ৬৯

সেইদৰে নাৰদ-চণ্ডালিনী সংবাদত বৰ্ণনা কৰিছে—

২। কৃষ্ণেসে পৰম দেৱ সংসাৰত সাৰ।
পাতকীয়ো তৰে মাত্ৰ নাম লৈলে যাৰ।।
তাঙ্ক এৰি যিটো আন দেৱতাক পূজে।
পশুতো অধম সিটো মহাম্লেছ জাতি।
তাতো কৰি অপবিত্ৰ জানা সিটো আতি।।
হেন পাষণ্ডক মই কৰিলো আলাপ।
এতেকেসে সিজিল মোত অমোচন পাপ।। ৮৮

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে ব্ৰাহ্মণজনে ইন্দ্ৰক পূজা কৰি কোনো বেদ বিৰোধী কৰ্ম কৰা নাই। তদুপৰি কোনোবাই ইন্দ্ৰ, বৰুণ, অগ্নি আদি বিভিন্ন নামত পূজা কৰিলেও মূলত ঃ পৰমব্ৰহ্মক পূজা কৰা হয়। আকৌ উল্লেখ কৰাটো ভাল হ'ব যে শান্ত, সৌম্য আৰু উদাৰ চৰিত্ৰৰ মহাপুৰুষ শঙ্কৰদেৱে তেৰাৰ অন্য কোনো

গ্ৰন্থতে ক'তো কোনো ক্ষেত্ৰত বেদবিৰোধী অথবা অহংকাৰসূচক কথা লিখা নাই। "শঙ্কৰদেৱৰ নিচিনা এগৰাকী শাস্ত্ৰ-বিশাৰদ পণ্ডিত, বিখ্যাত ধৰ্মগুৰু আৰু মহাপুৰুষৰ নামত প্ৰচলিত এখন গ্ৰন্থত শাস্ত্ৰান্তৰ আৰু ধৰ্মৰ প্ৰতিষ্ঠিত ভিন্ন মদবাদৰ প্ৰতি এনেধৰণৰ কটুনিন্দাৰ অৱতাৰণা বিশ্বাস কৰিবলৈ টান লাগে।"[৩] এই প্ৰসঙ্গতে মহাপুৰুষজনাৰ ভক্তি ৰত্নাকৰ গ্ৰন্থত উত্তম ভক্তৰ লক্ষণ (ক) আৰু অন্তৰঙ্গা ভক্তিৰ লক্ষণ (খ) ব্যাখ্যা কৰা সন্দৰ্ভত বিবৃত কৰা কথাৰ অংশ বিশেষ উদ্ধৃত কৰিলে ভাল হ'ব।

(ক) উত্তম ভক্তৰ ধৰ্ম্ম কহন্ত প্ৰবন্ধে।। ৫৫৫
সমস্ত প্ৰাণীকে দেখে ঈশ্বৰ কৃষ্ণত।
হৰিক দেখয় যিটো প্ৰাণী সমস্তত।।
সম্পূৰ্ণ ঐশ্বৰ্য্যে ব্যাপি আছা জগতত।
হেন দেখে যিটো সেই মহাভাগৱত।। ৫৫৬ (পৃষ্ঠা ১২৮)

(খ) সমস্তে প্ৰাণীকে মোৰ ৰূপ মনে মানি।
কৰা তুতি প্ৰণতি উদ্ধৱ মহাজ্ঞানী।।
ব্ৰাহ্মণ চণ্ডাল চোৰ দাতা ক্ৰুৰ শান্ত।
সবাতে আমাক তুমি দেখিবা নিতান্ত।।
তেজি লাজ গৰ্ব্ব মানে হুয়া উপশাম।
সমস্তকে দণ্ডৱতে কৰিবা প্ৰণাম।। ৪৯৫

---

**পাদটীকা**

১। ড° শৰ্মাদলৈ হৰিনাথ — শঙ্কৰদেৱৰ সাহিত্য প্ৰতিভা (দ্বিতীয় খণ্ড) পৃষ্ঠা- ১৪৭

২। Dr. Borua B.K. — "Sankardeva His poetical works (Aspects of early Assamese literature page-73, edited by B.K. kakati)

৩। ড° শৰ্মাদলৈ হৰিনাথ — শঙ্কৰদেৱৰ সাহিত্য প্ৰতিভা (দ্বিতীয় খণ্ড) পৃষ্ঠা- ১৪৭

# কুৰুক্ষেত্ৰ (কাব্য)

এই কাব্যখন ভাগৱতৰ দশম স্কন্ধৰ চাৰিটা অধ্যায়ৰ (৮২-৮৫) পদানুবাদেৰে ৰচিত হৈছে। গুৰু চৰিতত উল্লেখ থকা মতে কুৰুক্ষেত্ৰ মহাপুৰুষৰ শেষ বয়সৰ ৰচনা। তদুপৰি পুথিখনৰ ভণিতাবোৰত শঙ্কৰদেৱৰ নামৰ পৰিৱৰ্তে "কৃষ্ণৰ কিঙ্কৰ, অধম, মূঢ়মতি, মহামূঢ়মতি আদি আত্মলঘিমাসূচক কথা আৰু ভাৱ আৰু ভাষাতো কোনো গ্ৰাম্যতা নথকা গুণবোৰেও প্ৰমাণ কৰে যে কাব্যখন গুৰুজনাৰ শেষ বয়সৰ ৰচনা।

শ্ৰীকৃষ্ণ বন্দনাৰে আৰম্ভ কৰা কুৰুক্ষেত্ৰ কাব্যখনৰ কথাবস্তু হৈছে এনেধৰণৰ— পূৰ্ণগ্ৰাস সূৰ্যগ্ৰহণ উপলক্ষে পৱিত্ৰ স্নান দান কৰাৰ অৰ্থে শ্ৰীকৃষ্ণ তেওঁৰ ৰুক্মিণী প্ৰমুখ্যে মহিষীসকল, বলভদ্ৰ, বসুদেৱ, দৈৱকী প্ৰমুখ্যে যদুগণ আৰু কৌৰৱ-পাণ্ডৱ সমন্বিতে পৃথিৱীৰ অন্যান্য ৰজা প্ৰজাগণ গৈছিল পুণ্যতীৰ্থ কুৰুক্ষেত্ৰলৈ।

ভকতৰ পৰম সুহৃদ দামোদৰ।
কুৰুক্ষেত্ৰ যাত্ৰা আৱে শুনা কেশৱৰ।।
কৰিলা দৈৱজ্ঞে গণি দেশত প্ৰকাশ।
মিলে মহা সূৰ্য্যৰ যে গ্ৰহণ সৰ্ব্বগ্ৰাস।।
শুনি মহাৰাজা সৱে পৰম উৎসৱে।
কৰে ৰঙ্গে কুৰুক্ষেত্ৰ যাত্ৰা সবান্ধবে।। ৬

কবিয়ে এই প্ৰসংগতে ৰজা-মহাৰজাৰ ভালেমানৰ নাম উল্লেখ কৰি তেওঁলোকৰ হয়হস্তী, ৰথ, বিমান প্ৰভৃতি বিভিন্ন যানবাহনত উঠি মহা সমাৰোহেৰে কৰা যাত্ৰাৰ এক মনোৰম বৰ্ণনা দাঙি ধৰিছে। এই ক্ষেত্ৰত বিশেষ মন কৰিবলগীয়া যাত্ৰাৰ বিৱৰণ হৈছে শ্ৰীকৃষ্ণকেন্দ্ৰীক যাদব গণৰ।

আন যত যদুবংশ মানে নিৰন্তৰে।
কৃষ্ণক আৱৰি ৰঙ্গে চলে চপকৰে।।
লৈয়া মহাপ্ৰাৰম্ভে সম্ভাৰ ভৰি পূৰ।
চলে বসু দেবাসুৰ আহুক অক্ৰূৰ।। ১৫
ৰথ সৱ চলে যেন বিমান দেৱৰ।
[illegible] চামৰ।।

জলকে কিঙ্কিনী সুবৰ্ণৰ শাৰী শাৰী।
যায় যদুগণ তাতে সঙ্গে নিজনাৰী। ১৭

এইদৰে মহাপ্ৰাৰম্ভে কৰা যাত্ৰাক অধিক আকৰ্ষণীয় কৰি তোলা, সকলোৰে মধ্যমণি শ্ৰীকৃষ্ণৰ গুণ কীৰ্তন কৰি গৈ আছিল যাদৱগণ। অৱশেষত কুৰুক্ষেত্ৰৰ সমীপত থকা পৰশুৰাম হ্ৰদ পাই তাতে সকলোৱে নামি পুণ্যস্নান কৰিছিল আৰু যথাবিধি দান কাৰ্য সমাপন কৰিছিল।

কৃষ্ণৰ চৰণে সৱে লৈয়া অনুমতি।
নামিয়া জলত সৱে যাদৱ সন্ততি।।
ৰামৰ হ্ৰদত ৰঙ্গে কৰিলন্ত স্নান।
দেৱতা পিতৃক সন্তৰ্পিয়া দিলা দান। ৩০

ইয়াৰ পিছত সকলোৱে গছৰ ছাঁত বহিছিল গৈ আৰু বহুদিনৰ মূৰত লগ হৈ ইজনে-সিজনৰ আগত মান, অভিমান, দুখ-বেদনা আদি প্ৰকাশেৰে নিজ নিজ মনোভাৱ আদান-প্ৰদান কৰিবলৈ সুযোগ পোৱা কাৰণে পৰম আনন্দ লাভ কৰিছিল।

ভৈলা দেখা দেখি সৱে আসি কুৰুক্ষেত্ৰ।
হৰিষে প্ৰফুল্ল মুখ পদ্ম সম নেত্ৰ।।
সাৱটন্তে অন্যো অন্যে মিলে প্ৰেমভাৱ।
ঝৰে নয়নৰ নীৰ ৰোমাঞ্চিত গাৱ।। ৩৭

এই প্ৰসংগতে বসুদেৱ, কুন্তী আৰু শ্ৰীকৃষ্ণ গোপীসকলৰ মাজত হোৱা আলাপ-আলোচনাই বিশেষভাৱে স্থান লাভ কৰিছিল। ইয়াৰ পিছত কাহিনীত মনোৰমভাৱে সন্নিৱিষ্ট কৰা হৈছে ৰুক্মিণী প্ৰমুখ্যে শ্ৰীকৃষ্ণৰ মহিষীসকলৰ বিবাহ বৃত্তান্ত। তীৰ্থযাত্ৰাৰ শেষত নিজ নিজ গৃহলৈ প্ৰত্যাৱৰ্তনৰ সময়ত বিচ্ছেদৰ বেদনাই তেওঁলোকৰ মনত যি ধৰণে প্ৰতিক্ৰিয়া কৰিছিল তাৰ এক মৰ্মস্পৰ্শী চিত্ৰ প্ৰকাশ পাইছিল।

শুক নিগদতি ৰাজা শুনা গোকুলৰ প্ৰজা
যাইবে যেৱে সৱে ভৈল সাজ।
কৃষ্ণক গলত বান্ধি নন্দ যশোদায়ে কান্দি
আছিলা লোতক ভৈল বাজ।। ৪৬০
বিয়োগে দহৈ হিয়া কৃষ্ণ মুখ নিৰীক্ষিয়া
কান্দে মহাপ্ৰেমে ব্ৰজবাসী।
যতেক ভকত গোপী কৃষ্ণৰ সমীপ চাপি
ধৰৈ পাদপদ্মক উল্লাসী।। ৪৬২

কবিয়ে কুৰুক্ষেত্ৰ কাব্যৰ কাহিনীভাগৰ শেষত সংযোগ কৰিছে পাতালৰ পৰা কৃষ্ণ

বলভদ্ৰই দৈৱকীৰ ইতিপূৰ্বে কংসই বধ কৰা ছয়পুত্ৰ আনি মাকক দিয়া আৰু পুত্ৰসবৰ কৃষ্ণ দৰশনত স্বৰ্গপ্ৰাপ্তিৰ বিৱৰণ। সেই পাতাল যাত্ৰাৰ বিৱৰণত ঠাই পাইছে পাতালত কৃষ্ণভক্ত দৈত্যৰাজ বলিৰ কৃষ্ণস্তুতি। মহাপুৰুষে কাব্যৰ আৰম্ভণিৰ দৰে পৰিসমাপ্তিও ঘটাইছে কৃষ্ণ প্ৰশস্তিসূচক ভণিতাৰে।

মহাপুৰুষ শঙ্কৰদেৱে কৃষ্ণভক্তি প্ৰচাৰ কৰাটোৱে যে কুৰুক্ষেত্ৰ ৰচনা কৰাৰ মূল উদ্দেশ্য সেয়া কাব্যখনৰ বিষয়বস্তুতে প্ৰকাশ পাইছে। অৱশ্যে কাব্যখনৰ মনোৰম বৰ্ণনা আৰু ইয়াত উদ্ভৱ হোৱা শব্দালংকাৰ অৰ্থালংকাৰবোৰেও সাহিত্যিক সৌন্দৰ্য বৰ্দ্ধন কৰিছে। তলত ইয়াৰ চমু আলোচনা কৰিবলৈ প্ৰয়াস কৰা হ'ব।

**কৃষ্ণ ভক্তিবাদ ঃ** সূক্ষ্মভাৱে লক্ষ্য কৰিলে দেখা যায় যে কুৰুক্ষেত্ৰ কাব্যখনৰ আৰম্ভণিৰ পৰা শেষলৈ সৰ্ব্বত্ৰই কৃষ্ণভক্তিবাদ মূৰ্তহৈ উঠিছে। কাব্যখনত থকা প্ৰত্যেকটো ভণিতাতে কবিয়ে কৃষ্ণভক্তিবাদ প্ৰকাশ কৰিছে। কাব্যখনত দেখুৱা হৈছে যে যাদৱসকল কুৰুক্ষেত্ৰলৈ শ্ৰীকৃষ্ণ গুণ-কীৰ্তন কৰি গৈ আছিল। সেইদৰে স্নানদানৰ পিছত যাদৱসকলৰ লগতে পাণ্ডৱ আৰু অন্যান্য ৰজা-প্ৰজাসকল একে ঠাইতে লগ হৈছিল। সেই সময়তো কৃষ্ণ দৰশনে সকলোৰে মন পুলকিত কৰিছিল আৰু তেওঁলোকে বিভিন্ন অৱতাৰ লীলা আদিৰ উল্লেখনেৰে তেওঁৰ গুণ-কীৰ্তন কৰি পৰম শ্ৰদ্ধা জনাইছিল। নিজ নিজ গৃহলৈ প্ৰত্যাৱৰ্তনৰ সময়তো কৃষ্ণৰ প্ৰতি ভক্তিৰ ভাব প্ৰকাশ কৰিছিল। এই সন্দৰ্ভতে বসুদেৱৰ কৃষ্ণস্তুতিলৈ আঙুলিয়াব পাৰি। আৰু ইয়াৰ লগত সম্পৃক্ত কৰিব পাৰি পাতালত দৈত্যৰাজবলিৰ কৃষ্ণস্তুতি।

নমো নমো কৃষ্ণ তুমি জগত বিধাতা।
তুমিসি পৰম ব্ৰহ্ম প্ৰভু পৰমাত্মা।। ৫৪৬।।
কোটি কোটি ব্ৰহ্মাণ্ডৰ সৃষ্টি স্থিতি লয়।
তোহ্মাৰ মায়ায়ে অঙ্গে কৰন্তে আছয়।।

এই কৃষ্ণভক্তিবাদৰ মাজেৰে প্ৰকাশ পাইছে যে শ্ৰীকৃষ্ণ ত্ৰিসত্য। তেওঁ জগত সৃষ্টি, স্থিতি, আৰু অন্তৰ কাৰণ। তেওঁ মায়াৰ সৃষ্টিকাৰী কিন্তু তেওঁ মায়াতীত, ব্ৰহ্মা আদি কৰি য'ত জীৱগণ সকলো মায়াৰ অধীন। প্ৰকৃতপক্ষে পৰমেশ্বৰ ভগৱানেই (শ্ৰীকৃষ্ণ) হৈছে একমাত্ৰ সত্য বাকী সকলো মিছা। ভগৱান বিষ্ণুৱে জগতৰ কল্যাণৰ হেতু বিভিন্ন অৱতাৰ ধাৰণ কৰে। কৃষ্ণই ত্ৰিজগত পতি পৰমব্ৰহ্ম। তেওঁৰ পৰাই স্থাৱৰ জঙ্গম প্ৰভৃতি সকলো জীৱসহ জগত সৃষ্টি হৈছে যদিও সকলোৰে বিনাশ আছে কিন্তু তেওঁৰ নাই। তেওঁ ত্ৰিগুণাতীত।

(ক) মানুষ নোহয় দৈৱকী তনয়
জানিলো নিশ্চয় কৰি।

সৃষ্টি স্থিতি অন্ত যি দেৱে কৰন্ত
তেন্তে এন্তে মহাহৰি।।
ব্ৰহ্মা আদি কৰি পিম্পৰা পৰ্য্যন্ত
মোহিত যাৰ মায়াত।
জগত নিস্তাৰ হেতু অৱতাৰ
জানিলো ভৈলা সাক্ষাত।। ৬৪

(খ) জগতক ব্যাপি কৰা আপুনি প্ৰকাশ।
জগতকে বিনাশে তোহ্মাৰ নাহি নাশ।।
যেন ঘট আকাশে কুণ্ডল হোৱে ছন্ন।
নুহি নষ্ট কদাচিতো মৃত্তিকা সুৱৰ্ণ।। ৪৮৭
তুমি সত্য ব্ৰহ্ম মিছা জগত স্ৰজনা।
তোহ্মাৰ মায়ায়ে কৰে তোহ্মাত কল্পনা।।
প্ৰকৃতিত আছে মাত্ৰ ব্যৱহাৰ ধৰ্ম।
তুমিসি স্বৰূপ পৰিপূৰ্ণ পৰমব্ৰহ্ম।। ৪৮৮

এই ত্ৰিসত্য পৰমব্ৰহ্ম হৰিক ভজনা কৰিলে সংসাৰৰ সকলো পাপ, দুখ-কষ্টৰ পৰা পৰিত্ৰাণ পায়। কৃষ্ণভক্তিয়ে হৈছে মুক্তিৰ উপায়। গতিকে সৎসঙ্গৰ লগত হৰি গুণ শ্ৰৱণ-কীৰ্তন কৰি তেওঁলৈ ভক্তিজনাই একমাত্ৰ তেওঁৰ চৰণত আশ্ৰয় বিচৰাটোহে উত্তম ধৰ্ম।

(ক) মুখে লৈবো নাম হৃদয়ত ৰূপ ধৰি।
ৰহোক তোমাৰ গুণ নাম কৰ্ণভৰি।।
মহন্তে সহিতে সদা থাকিবো আলাপে।
তেবেসে নপাইবে বাপ সংসাৰৰ তাপে।।
দূৰ কৰা নাথ মোৰ সুতল সম্পত্তি।
তোহ্মাৰ চৰণে মাত্ৰ ৰহোক ভকতি।।
সদায়ে নেৰোক মনে ভকতিৰ স্বাদ।
পাৱে পৰি মাগো হেৰা এতেকে প্ৰসাদ।। ৫৭৩-৫৭৫

ভগৱান হৈছে ভক্তৰ অধীন। তেওঁ পৰম ভক্তৰ মনোবাঞ্ছা সিদ্ধি কৰে। কাব্যখনত ইয়াৰ উৎকৃষ্ট নিদৰ্শন দেখুৱা হৈছে কৃষ্ণভক্তিবাদ প্ৰকাশ কৰা শ্ৰীকৃষ্ণৰ মহিষীসকলৰ বিবাহ বাৰ্তাৰে। এই প্ৰসংগতে আৰু দেখুৱা হৈছে যে ভক্তিৰ পথত বা ভক্ত ভগৱানৰ মিলনৰ পথত যথেষ্ট বাধা-বিঘিনি আছে। কিন্তু সেই সকলোবোৰ অতিক্ৰম কৰিব পাৰি গভীৰ বা পৰাভক্তিৰ জৰিয়তে। ইয়াৰ দৃষ্টান্ত হিচাপে কৃষ্ণ মহিষীসকলৰ কৃষ্ণৰ সৈতে মিলনৰ দৃষ্টান্তৰ প্ৰসংগ দাঙি ধৰিছে।

(ক) কতবা জন্মত পুণ্য সাঞ্চি আছো আমি।
সিকাৰণে পৰম ঈশ্বৰ পাইলো স্বামী।।
এহিমতে বাঞ্ছো কৰি প্ৰভুত ভকতি।
জন্মে জন্মে তাহাৰ চৰণে হৌক ৰতি।।

**বৰ্ণনা সৌন্দৰ্য ঃ** কাব্যখনৰ কাহিনীভাগৰ কথা বৰ্ণনা কৰা প্ৰসংগতে উদ্ধৃতিসহ উল্লেখ কৰি অহা হৈছে যে যাদৱসকল আৰু অন্যান্য বীৰ, ৰজা-প্ৰজাসকল মহাসমাৰোহেৰে কুৰুক্ষেত্ৰলৈ যাত্ৰা কৰিছিল। কবিয়ে এই যাত্ৰাৰ বিৱৰণ আকৰ্ষণীয় কৰি তুলিছে। যিসকল গৈছিল আৰু যিদৰে গৈছিল সেই সকলোবোৰ বৰ্ণনা কৰা প্ৰসংগত কবিয়ে উপযুক্ত স্থানত উপযুক্ত শব্দ ব্যৱহাৰ কৰাৰ ফলত উপমা, অতিশয়োক্তি আদি অলংকাৰ আগমন হৈছে আৰু বৰ্ণনা প্ৰাণৱন্ত হৈ উঠিছে।

যুথে যুথে যায় মত্ত হস্তী একে তিকি।
সুৱৰ্ণ ভূমুকাচয় কৰে চিকিমিকি।।
যেন ঐৰাৱত গৰ্জ্জনিতে ভূমি চালে।
কৰ্ণে হানে তাল গজ ঘণ্টাৰ আস্ফালে। ১৮
হৃষ্ট পুষ্ট দৰ্পিষ্ঠ বলিষ্ঠ কলেবৰ।
অস্ত্ৰ-শস্ত্ৰ ধৰি যেন ধাৱে বিদ্যাধৰ।
সঙ্গে নিজ নাৰী চলে গ'লে হেমহাৰ।।
অপেশ্বৰী সমে যেন দেৱৰ কুমাৰ। ২১

তেওঁলোকৰ সমদলৰ আৰু বেছি শোভাবৰ্দ্ধন কৰিছে শ্ৰীকৃষ্ণৰ ৰূপ আৰু উপস্থিতিয়ে।

সবাৰে মাজত যান্ত জগত নিৱাস।
নক্ষত্ৰৰ মাজে যেন চন্দ্ৰৰ প্ৰকাশ।।
+++ ++
ঈষত হাসিত মুখ নৱ পদ্মকোষ।
অৰুণ চৰণ দুই দেখন্তে সন্তোষ।।
শ্যাম শৰীৰত ৰত্নময় অলংকাৰ।
নবীন মেঘত যেন বিজুলী সঞ্চাৰ। ২৪
ৰূপৰ সম্পত্তি আতি প্ৰকাশে প্ৰচুৰ।
কোটি কন্দৰ্পৰো দৰ্প দেখি হৰে চূৰ।।

সেইদৰে তীৰ্থ যাত্ৰাৰ শেষত নিজ নিজ গৃহামুখী প্ৰত্যাৱৰ্তনৰ সময়ত বিচ্ছেদৰ কাৰুণ্যাই বিশেষকৈ কৃষ্ণ বিৰহত যিদৰে সকলোৰে মন ভাৰাক্ৰান্ত কৰি তুলিছিল তাৰ এক চিত্তাকৰ্ষক বৰ্ণনা কবিয়ে দাঙি ধৰিছে।

বিয়োগ দহৈৰে          কৃষ্ণ মুখ নিৰীক্ষিয়া
কান্দে মহাপ্ৰেমে ব্ৰজবাসী।
যতেক ভকত গোপী          কৃষ্ণৰ সমীপ চাপি
ধৰে পাদপদ্মক উল্লাসি।।
ঘষে আনি আখি মুখে          মহা বিয়োগৰ দুখে
কান্দি কান্দি বোলে প্ৰেমবাক।
আমি হুয়া নিজ চেৰী          প্ৰাণ প্ৰভু যাঞো এৰি
পৰিছেদা দেখিলো তোমাক।। ৪৬২

**ছন্দ, অলঙ্কাৰ ঃ** পদ, ছবি আৰু দুলড়ী ছন্দেৰে সমৃদ্ধ কুৰুক্ষেত্ৰ কাব্যখনত শব্দালংকাৰ আৰু অৰ্থালংকাৰ যথেষ্ট পৰিমাণে উদ্ভৱ হৈছে। অনুপ্ৰাস, উপমা, ৰূপক, অতিশয়োক্তি প্ৰভৃতি বিবিধ অলঙ্কাৰৰ সমাবেশ ঘটিছে। ইয়াৰ উদাহৰণ হিচাপে দুই এটি উদ্ধৃতি কৰিব পাৰি।

(ক) হৃষ্ট পুষ্ট দৰ্পিষ্ঠ বলিষ্ঠ কলেবৰ। (অনুপ্ৰাস)
(খ) নক্ষত্ৰৰ মাজে যেন চন্দ্ৰৰ প্ৰকাশ।। (উপমা)
(গ) ঈষত হসিত মুখ নৱ পদ্মকোষ। (ৰূপক)
(ঘ) কোটি কন্দৰ্পৰো দৰ্প দেখি হৰৈ চুৰ।। (অতিশয়োক্তি)

কৰুণ, বাৎসল্য আদি ৰসৰ উদ্ভৱ হোৱা কাব্যখনত ভক্তিৰসে প্ৰাধান্য লাভ কৰিছে। কাব্যখনত কৃষ্ণ ভক্তিবাদক প্ৰাধান্য দিবৰ নিমিত্তে অথবা কৃষ্ণৰ ভক্তিবাদ প্ৰচাৰ কৰাত উদেশ্য প্ৰধান হোৱা কাৰণে দৈবকীৰ পুত্ৰ আনয়ন প্ৰসংগটো সংযোগ কৰাৰ ফলত কাহিনীৰ এককত্ব ৰক্ষা হোৱা নাই। কৃষ্ণৰ মাহাত্ম্য আৰু বলিৰ কৃষ্ণভক্তি দেখুৱাবৰ কাৰণে ইয়াক সংযোগ কৰা যে অনুমান হয়।

# নিমি-নৱসিদ্ধ সংবাদ

মহাপুৰুষজনাৰ শ্ৰীমদ্ভাগৱতৰ একাদশ স্কন্ধৰ ২য়, ৩য়, ৪ৰ্থ আৰু ৫ম অধ্যায়ৰ অনুবাদৰ ভিত্তিত ৰচিত গ্ৰন্থ নিমি-নৱসিদ্ধ সংবাদৰ বিষয়বস্তু আৰম্ভ কৰা হৈছে দ্বাৰকাত উপস্থিত হোৱা নাৰদমুনিক বসুদেৱে ভাগৱত ধৰ্ম সম্পৰ্কে ক'বলৈ কৰা অনুৰোধেৰে।

ভৈলোহো কৃতাৰ্থ যদি ঋষি মহাশয়।
তথাপিতো পুছোঁ ভাগৱত ধৰ্ম্ম চয়।।
পৰম শ্ৰদ্ধায়ে যাক শুনিল মাত্ৰকে।
দুৰ্ঘোৰ সংসাৰ দুখতৰে সৰ্ব্বলোকে।। ১৪

তেতিয়া নাৰদে ভাগৱত ধৰ্মৰ মাহাত্ম্য সম্পৰ্কে কৈছিল এইদৰে—

পুছিলা পৰম ভাগৱত ধৰ্ম্ম যত।
যিহোক স্মৰণে হোৱে পৱিত্ৰ জগত।।
শুনে বা ভনে বা স্মৰে নতুবা আদৰে।
আনেবা গাৱন্তে যিবা অভিনন্দা কৰে।।
দেৱ বিশ্ব দ্ৰোহীকো পৱিত্ৰ কৰে অতি।
হেন ধৰ্ম্ম শুনিবে তোমাৰ ভৈল মতি।। ১৮

এই প্ৰসঙ্গতে নাৰদে ৰজা নিমি আৰু তেওঁৰ ৰাজসভাত উপস্থিত হোৱা কবি, হৱি, অন্তৰিক্ষ, প্ৰবুদ্ধ, পিপ্পলায়ন, আবিৰ্হোত্ৰ, দ্ৰুমিল, চমস আৰু কৰভাজন (এওঁলোক স্বায়ম্ভুব মনুৰ বংশৰ ঋষভৰ এশজন পুত্ৰৰ ভিতৰৰ) এই নজন দিগম্বৰ সিদ্ধ পুৰুষৰ মাজত ভাগৱত ধৰ্ম সম্পৰ্কে হোৱা প্ৰশ্নোত্তৰ বিষয়টো উপস্থাপন কৰিছে। আৰু এইদৰে নিমি-নৱসিদ্ধ সংবাদৰ কাহিনীভাগে গতি কৰিছে।

নাৰদে বসুদেৱৰ আগত কৈ গৈছে ধৰ্ম পৰায়ণ ৰজা নিমিয়ে সিদ্ধপুৰুষসকলক সানুনয়ে অনুৰোধ জনাইছে সৰ্বপ্ৰথমে আত্যন্তিক সুখ কাক বোলে ক'বলৈ। আৰু ইয়াৰ পিছত ভাগৱত ধৰ্ম কি, ভক্ত কাক বোলে। মায়া কি, ইয়াৰপৰা পৰিত্ৰাণ পোৱাৰ উপায় কি, ব্ৰহ্মতত্ত্ব কি, কৰ্মযোগ কি, হৰিৰ অৱতাৰ, অভক্তৰ অৱস্থা, যুগভেদে ভগৱানৰ নাম আৰু পূজা সম্পৰ্কে বুজাই ক'বলৈ প্ৰণিপাত জনাইছে।

সবাৰো পাৱত পড়ি পুছো প্ৰণিপাতে।
কোন আত্যন্তিক সুখ কহিয়ো আমাতে। ৩৮

++ ++

কোন ভাগৱত ধৰ্ম্ম ভক্ত বুলি কাক।
কোন মায়া কোন বা উপায়ে তৰে তাক।।
কাক বুলি ব্ৰহ্ম কৰ্মযোগ কাৰ নাম।
অৱতৰি কেশৱে কৰন্ত কোন কাম।।
কোন যুগ ধৰ্ম্ম অভক্তৰ কোন গতি।
এহি নৱ গোটা প্ৰশ্ন পুছিলা নৃপতি।। ৪১

এই প্ৰশ্নসমূহৰ উত্তৰ প্ৰত্যেকজন সিদ্ধপুৰুষে একোটাকৈ দি গৈছে। প্ৰথমতে কবিয়ে ৰজাক সমিধান দিছে যে যিসকলে সাংসাৰিক মায়ামোহত অন্ধ নহৈ ভগৱান কৃষ্ণৰ সেৱাতে মগ্ন থাকে তেওঁলোকে আত্যন্তিক সুখৰ অধিকাৰী হয়।

সি সবৰ একোকালে নুগুছয় ভয়।
যাৱে কৃষ্ণ পদাম্বুজে সেৱা নকৰয়।।
কৃষ্ণ পদ সেৱাতেসে হৰে সবে দুখ।
তাহাকে বোলয় ৰাজা আত্যন্তিক সুখ।। ৪৪-৪৫

ইয়াৰ পিছত কবি সিদ্ধই ভাগৱত ধৰ্ম সম্পৰ্কে কৈছে যে লৌকিক, বৈদিক, নিত্তনৈমিত্তিক প্ৰভৃতি যি যি কৰ্ম কৰা হয় তাৰ কোনো ফলৰ আশা নকৰি সকলো শ্ৰীকৃষ্ণৰ চৰণত অৰ্পণ কৰিব লাগে। গৰ্ব, অহংকাৰ ত্যাগ কৰি, পত্নী-পুত্ৰ, ধন-সম্পত্তি সকলো অসাৰ বুলি ভাবি গুৰুৰ উপদেশ মতে কোনো ফলৰ আশা নকৰি একমাত্ৰ হৰিক ভক্তি কৰিলেহে সকলো ভয়ৰ পৰা ৰক্ষা পাব পাৰি আৰু মোক্ষলাভ কৰিব পাৰি। কামনাহীন একান্ত ভক্তিৰেহে ভগৱানক সন্তুষ্ট কৰিব পাৰি।

কায় বাক্য মনে যতেক আচৰে
লৌকিক বৈদিক কৰ্ম্ম।
হুয়া একমত ঈশ্বৰ কৃষ্ণত
অৰ্পিব সিসব ধৰ্ম্ম।।
নিত্য নৈমিত্তিক যত জাতিধৰ্ম
আশ্ৰমৰ যত কৰ্ম্ম।
কৃষ্ণত অৰ্পিলে জানা সিয়ো হোৱে
মহাভাগৱত ধৰ্ম্ম।।
গৰ্ব্ব অহংকাৰ ত্যজি যিটো জনে
আচৰে যদি ভকতি।

তাতে মহাতুষ্ট হুয়া কৃষ্ণে দেন্ত
বৈকুণ্ঠ যত সম্পত্তি।। ৫৩-৫৪

++ ++

যাত বুদ্ধি আছে একোৱে নবাঞ্চে
এক কৃষ্ণমাত্ৰ জানে।
উপদেশ দাতা যিটো গুৰু থাকে
তান্তে হৰি বুলি মানে।। ৫৭

++ ++

যতেক বিষয় সবে মায়াময়
মনেসে কৰে প্ৰকাশ।
পুত্ৰ দাৰা ধন সবেও সপোন
ক্ষণেকতে হোৱে নাশ।।
হেনজানি যিটো মনক নিয়মি
কৃষ্ণত ভকতি কৰে।
সেহি মহাশয় এৰাই মৃত্যু ভয়
সুখে সংসাৰক তৰে।। ৫৯

সিদ্ধ পুৰুষজনে আৰু কৈছে নিৰন্তৰ হৰিনাম শ্ৰৱণ-কীৰ্তনেৰে হৰিক ভক্তি কৰাৰ ফলত ভক্তৰ মন কৃষ্ণপ্ৰেম ৰসে আপ্লুত কৰিব। আৰু ইয়াৰ ফলত ভক্তই সকলো প্ৰকাৰ লোভ-মোহৰ পৰা পৰিত্ৰাণ পাব আৰু পৰম সম্পদ লাভ কৰিব পাৰিব।

শুনিয়োক নামৰ মহিমা বিপৰীত।।
ইটো হৰি নাম ধৰ্ম্ম মহা গুহ্যত্তম।
ইহাত বিশ্বাস যাৰ সেহি নৰোত্তম।।
ভজে মাধৱক নাম স্মৰে সৰ্ব্বক্ষণ।
একেবাৰে সিজে তাৰ তিনি প্ৰয়োজন।।
প্ৰথমে উপজে প্ৰেম লক্ষণ ভকতি।
গৃহ শৰীৰতো পাছে মিলে বিৰকতি।।
প্ৰেমৰ আস্পদ কৃষ্ণমূৰ্ত্তি স্ফূৰ্ত্তি হয়।
একেফালে মিলে আসি সম্পদ ত্ৰিতয়।। ৭২-৭৩

++ ++

প্ৰেম ভাৱে এহিমতে একান্তে ভজন্তে।
পৰম প্ৰসাদ পাৱে মাধৱত হন্তে।।

ওপৰত উল্লিখিত সকলোবোৰ কথাই ভাগৱত ধৰ্মৰ অন্তৰ্ভুক্ত।

ইয়াৰ পিছত ৰজাই ভকতৰ লক্ষণ, আচৰণ আৰু ধৰ্মৰ বিষয়ে জানিব

বিচৰাত দ্বিতীয়জন সিদ্ধপুৰুষ হবিয়ে উত্তৰ দিছে। ভক্তৰ লক্ষণ সম্পৰ্কে কোৱা প্ৰসঙ্গত ইয়াত শ্ৰেণী ভক্তৰ কথা কোৱা হৈছে। সেয়া হ'ল প্ৰাকৃত, মধ্যম আৰু উত্তম ভাগৱত বা ভক্ত। যি ভক্তই কোনো ভক্ত বা প্ৰাণীকে সন্মান নকৰে মাথো হৰিক আৰাধনা কৰে তেওঁক প্ৰাকৃত ভকত বুলি কোৱা হয়। অৱশ্যে হৰিভক্তিৰ ফলত সময়ত গৈ গৈ তেওঁ উত্তম ভকতৰ শাৰীত উঠিব পাৰিব। মধ্যম ভক্তসকলে হৰিভক্তসকলক সন্মান কৰে আৰু সকলো প্ৰাণীৰ প্ৰতি দয়াশীল। সৰ্বোপৰি তেওঁলোকৰ ঈশ্বৰৰ প্ৰতি থাকে প্ৰেমভক্তি।

কিন্তু যিসকল উত্তমভক্ত তেওঁলোকে সকলো প্ৰাণীৰ মাজেৰে ভগৱান পৰিদৃশ্যমান হোৱা দেখিবলৈ পায় আৰু সকলো প্ৰাণীকে ঈশ্বৰ যেন দেখে। তেওঁলোকে পৰম ঐশ্বৰ্যৰ গৰাকী ভগৱান সৰ্বব্যাপী থকা দেখে। অন্য সকলো কামনা-বাসনা ত্যাগ কৰি এই শ্ৰেণীৰ ভক্তই কেৱল প্ৰেমভক্তিৰে হৰিৰ চৰণ চিন্তা কৰি থাকে।

ঈশ্বৰত দেখে যিটো সমস্তে প্ৰাণীক।
প্ৰাণী সমস্ততো দেখে ঈশ্বৰ মূৰ্তিক।।
সমস্তে ঐশ্বৰ্য ব্যাপী আছে জগতত।
হেন যিটো দেখে সিটো মহাভাগৱত।। ৮৮
একে মাধৱতে মাত্ৰ কৰিলে আশ্ৰয়।
কাম্য কৰ্ম্ম বাসনাক তেজিলে হৃদয়।।
হৰিৰ চৰণ মনে নচাৰে সতত।
সেহি জন জানিবা উত্তম ভাগৱত।। ৮৭

এই শ্ৰেণীৰ ভকতৰ মনত আপোন পৰ ভাব নাই। সকলোৰে প্ৰতি সমদৃষ্টি, শান্ত স্বভাৱ, সকলো অভিন্ন হৃদয়ৰ। উত্তম ভকতসকলে সুখে দুখে শততে সাধুসঙ্গৰ লগত হৰিনাম শ্ৰৱণ-কীৰ্তন কৰি থাকে।

নকৰে আপোন পৰ বুদ্ধি ধন বিত্তে।
সমস্তৰে একে আত্মা জানে যিটো চিত্তে।।
সকলো লোকত সম শান্ত নিৰুপম।
চিনিবা নৃপতি সিটো ভকত উত্তম।। ৯০

++ ++

লৈয়া মহা সাধু সঙ্গ সদা শুদ্ধভাৱে।
সুখে দুখে মুখে মাত্ৰ হৰিনাম গাৱে।। ৯৮

ভক্তৰ লক্ষণ, স্বভাৱ আদি জনাৰ পিছত ৰজা নিমিয়ে ভগৱানৰ মায়া সম্পৰ্কে জানিবলৈ ইচ্ছা কৰিছে। [এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে মায়া শব্দেৰে প্ৰকৃতি, অবিদ্যা, অজ্ঞান, ভ্ৰম, illusion, ignorance আদি অৰ্থ কৰিব

পাৰি। দাৰ্শনিক সূত্ৰমতে মায়াবাদৰ অৰ্থ হৈছে একমাত্ৰ ব্ৰহ্মই সত্য জগৎ মিছা। মায়াৰ দুই শক্তি আৱৰণ আৰু বিক্ষেপণ। এই দুই শক্তিৰে সত্যবস্তুক আবৰি ৰাখি অসত্যক প্ৰকাশ কৰে। অৰ্থাৎ মায়াৰ কাৰণে অসত্যকে সত্য বুলি ধাৰণা হয়। যেনেদৰে জৰিক সাপ বুলি ধাৰণা কৰা হয়। মায়াৰ কাৰণে ব্ৰহ্ময়ো জগৎৰূপে দেখা দিয়ে।]

তেতিয়া তৃতীয়জন সিদ্ধপুৰুষ অন্তৰিক্ষই ৰজা নিমিক ক'বলৈ ধৰিলে যে মায়া হৈছে পৰমব্ৰহ্মৰে এক শক্তি। মায়াৰ সহায়ত ঈশ্বৰে পঞ্চভূতৰ (পৃথিৱী, পানী, জুই বায়ু আৰু আকাশ) সৈতে জগৎ সৃষ্টি কৰিছে। ইয়াৰ লগতে ৰূপ, ৰস, গন্ধ, স্পৰ্শ, বুদ্ধি, অহংকাৰ ইত্যাদি আৰু ইন্দ্ৰিয়সহ জীৱৰ সৃষ্টি কৰিছে। ভগৱান নিজেও সূক্ষ্মাতি সূক্ষ্ম হৈ সকলোতে পৰিব্যপ্ত হৈ থাকিল।

অনাদি পুৰুষ কৃষ্ণ জগতত কাৰণ।
স্ৰজিলা মায়াক সঙ্গে লৈয়া ভূতগণ।।
জীৱৰ বিষয় সুখ নিমিত্তে ঈশ্বৰ।
পঞ্চভূতে স্ৰজিলা বিবিধ কলেৱৰ।।
মায়ায়ে উপায়ে প্ৰাণী স্ৰজিলা অশেষ।
তাতে অন্তৰ্য্যামী ৰূপে ভৈলন্ত প্ৰবেশ।।
বিভঞ্জিয়া আপোনাক প্ৰভু নাৰায়ণ।
স্ৰজিলা ইন্দ্ৰিয় যত ভূত প্ৰাণ মন।। ১০৮-১০৯

মায়াৰ দ্বাৰা বিমোহিত হোৱা জীৱই হিতাহিত জ্ঞান হেৰুৱাই ইন্দ্ৰিয়গ্ৰাহ্য বিষয়সুখত মত্ত হয় আৰু নানান কাম্য কৰ্ম কৰি অনেক সাংসাৰিক নিকাৰ ভূঞ্জে আৰু মৃত্যু ভয়ৰ পৰা পৰিত্ৰাণ নেপায়।

ইন্দ্ৰিয়ৰ সঙ্গে জীৱে ভূঞ্জে বিষয়ক।
আত্মা বুলি মানে মায়াময় শৰীৰক।।
ধৰে মহা মোহে আতি হোৱে জ্ঞান শূন্য।
সকামে অনেক কৰ্ম্ম কৰে পাপ পুণ্য।।
সেহি কৰ্ম্ম ফল ভুঞ্জি ভ্ৰমে সংসাৰত।
নাহি অন্ত জীৱৰ যাতনা দুখ যত।।

++ ++

যাৱে সৃষ্টি থাকে মহা নিমিলে প্ৰলয়।
জনম মৰণ তাৱে নেৰাই মৃত্যু ভয়।। ১১০-১১১

এইদৰে ভগৱান বিষ্ণুৱে মায়াৰ সহায়ত নানান লীলা কৰাৰ অন্তত সৃষ্টি সংহাৰ কৰে আৰু তেতিয়া মায়াৰ দ্বাৰা সৃষ্ট সকলো উপাদানসহ জগতৰ সকলো বস্তুকে

মায়াত (প্ৰকৃতিত) লীন নিয়াব। আৰু তেতিয়া ব্ৰহ্মসত্য জগৎ মিথ্যা" এই মতবাদ প্ৰতীয়মান হ'ব।

কালৰূপী কৃষ্ণ যিটো জগত আধাৰ।
কৰন্ত লীলায়ে পাছে সৃষ্টিক সংহাৰ।।
মায়াৰ যতেক কাৰ্য কাৰণ সমস্ত।
দুনাই আনি মায়াত কৰান্ত সবে অস্ত।। ১১৩

++ ++

যতেক জগত দেখা মায়াৰ নিৰ্মাণ।
চিনাইলো মায়াক ৰাজা দেখা বিদ্যামান।।

ওপৰত উল্লেখ কৰা বিষ্ণুমায়াৰ কাৰ্য আৰু কাৰণ সম্পৰ্কে জনাৰ পিছত ৰজা নিমিৰ মহাভয় উপস্থিত হোৱাত তেওঁ এই মায়াৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় বিচাৰি সিদ্ধ পুৰুষক প্ৰণিপাত জনালে। তেতিয়া চতুৰ্থজন সিদ্ধপুৰুষ প্ৰবুদ্ধই চিন্তা কৰি কৈছে এনেদৰে।

অনেক প্ৰবন্ধে সিদ্ধে মনে গুণি চাইলা।
ভকতি বিনাই অন্য উপায় নাপাইলা।।
অনেক প্ৰকাৰে বঢ়াই চিত্তক একান্ত।
দিলেক ৰাজাক পাছে প্ৰবুদ্ধে সিদ্ধান্ত।। ১৩০

প্ৰবুদ্ধে ৰজা চিত্ত শান্ত কৰিবলৈ কৈ হৰিভক্তিয়ে একমাত্ৰ মায়া তাৰণৰ উপায় বুলি কৈছে আৰু এই ভকতি কেনেধৰণে কৰিব লাগিব সেই বিষয়ে ব্যাখ্যা কৰিছে। প্ৰথম কথা সকলো বিষয় সুখৰ পৰা নিজক আঁতৰাই আনি শাস্ত্ৰজ্ঞ তথা হৰিভক্ত সৎগুৰুৰ আশ্ৰয় ল'ব লাগিব আৰু তেওঁকে ঈশ্বৰ জ্ঞান কৰি তেওঁৰ উপদেশ মতে হৰিভক্তিৰ পথত আগবাঢ়িব লাগিব।

মায়াৰ তৰণ নিমি শুনিয়ো সম্প্ৰতি।
ওপজাইবে প্ৰথমে সবাতো বিৰকতি।। ১৩১

++ ++

হেন জানি চাহে যিটো উত্তম কল্যাণ।
প্ৰথমে কৰিবো সিটো গুৰুক সন্মান।।
জানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণৰ ভকত।
সেহি গুৰু উপদেশ দিবাক শকত।। ১৩৭

++ ++

মানিবে গুৰুসে আত্মা দেৱ মহাহৰি।।
হেনয় বিনয় কৰি গুৰুৰ চৰণে।
ভাগৱত ধৰ্ম্মক শিখিবে একমনে।। ১৩৯

হৰিভক্তিৰ কাৰণে উত্তম সাধুসঙ্গ অতি আৱশ্যক। সকলো প্ৰাণীৰ প্ৰতি দয়াশীল, নিজে সত্ত্ব শুদ্ধ, হিংসা দ্বেষ বিবৰ্জিত হৈ সকলো প্ৰাণীৰ অন্তৰতে ঈশ্বৰ বিৰাজমান বুলি ভাবিব লাগিব। ভাগৱত শাস্ত্ৰৰ প্ৰতি নিত্যান্তই শ্ৰদ্ধা থকাৰ লগতে অন্য শাস্ত্ৰকো নিন্দা কৰিব নেলাগিব। এনেদৰে সকলো কৰ্মকে কৃষ্ণৰ চৰণত অৰ্পণ কৰি একান্তভাৱে হৰিনাম শ্ৰৱণ-কীৰ্তন কৰি থকাৰ ফলত তেওঁ জাগতিক সকলো দুখ ভয়ৰ পৰা পৰিত্ৰাণ পাব আৰু মোক্ষতকৈও অধিক সুফল লাভ কৰিব পাৰিব।

প্ৰথমতে লৈবেক উত্তম সাধু সঙ্গ।
কৰিবেক আন বিষয়ত মনোভঙ্গ।।
সমস্তকে ঈশ্বৰত অৰ্পিবেক নিতে। ১৪১

++ ++

সত্য শৌচ অহিংসা শিখিবে সমদম।
দুখ সুখ শীত উষ্ণ আত হৈব সম।। ১৪২

++ ++

ভাগৱত শাস্ত্ৰে শ্ৰদ্ধা কৰিব নিতান্ত।
নকৰিব নিন্দা আন শাস্ত্ৰকো একান্ত।।
হৈবে দয়াশীল দয়া কৰিবে লোকক।
অন্তৰ্য্যামী ৰূপে জানিবেক ঈশ্বৰক।। ১৪৫

++ ++

ঈশ্বৰ কৃষ্ণৰ জন্ম কৰ্ম্মগুণ গুণ।
সদায়ে কৰিবে ধ্যান শ্ৰৱণ-কীৰ্তন।।

++ ++

মোক্ষতো অধিক সুখ মিলয় মনত।
কি কহিবো ইটো হৰি নামৰ মহত।। ১৪৫-৫৪

মায়া তৰণৰ উপায় সম্পৰ্কে জনাৰ পিছত ৰজাই এই মায়াৰ সৃষ্টিকাৰী নাৰায়ণ সম্পৰ্কে অৰ্থাৎ ব্ৰহ্মতত্ত্বৰ বিষয়ে জানিবলৈ ইচ্ছা কৰিলে। তেতিয়া পঞ্চমজন সিদ্ধ পুৰুষ পিপ্পলায়নে নাৰায়ণৰ স্বৰূপৰ (ব্ৰহ্মতত্ত্ব) সবিশেষ ক'বলৈ আৰম্ভ কৰিছে। [ব্ৰহ্ম নিৰ্গুণ বা নিৰাকাৰ পৰমাত্মা অথবা সগুণ বা সাকাৰ ঈশ্বৰ। তত্ত্বৰ অৰ্থ হৈছে সত্য মূলকথা অথবা পৰামাৰ্থিক জ্ঞান]

ব্ৰহ্মাই হৈছে বিশ্বজগত সৃষ্টি, স্থিতি আৰু অন্তৰ কাৰণ আৰু কাৰ্যও তেৱেঁই। নিৰ্গুণ ব্ৰহ্ম যেতিয়া প্ৰয়োজনবোধে সাকাৰ ৰূপ ধাৰণ কৰে তেতিয়া তেওঁ বিষ্ণু, হৰি, নাৰায়ণ, মাধৱ ইত্যাদি নামেৰে জনাজাত হয়। সগুণ ব্ৰহ্মৰ পৰাই সকলো চাৰিত্ৰিক বৈশিষ্ট্যৰে জীৱ আৰু জগতৰ উদ্ভৱ হৈছে। জগতৰ সকলো বস্তুৰ মাজেৰে ব্ৰহ্ম প্ৰতিভাত হ'লেও অথবা তেওঁৰেই ভিন্ ভিন্ ৰূপ বুলি ক'লেও

তেওঁ জীৱ আৰু জগতৰ পৰা সম্পূৰ্ণ পৃথক যেনেকৈ জুইৰ পৰা অনেক ফিৰিঙতি বাহিৰ বা সৃষ্টি হ'লেও জুই আৰু ফিৰিঙতি একে নহয়। কাৰণ জীৱ আৰু জগতৰ পুনঃ সৃষ্টি আৰু ধ্বংস আছে; কিন্তু ব্ৰহ্ম জন্ম মৃত্যু ৰহিত, তেওঁ নিত্য সত্য, নিত্য মুক্ত, মায়াতীত ব্ৰহ্ম একোৰে অধীন নহয়। তেওঁ সচ্চিদানন্দ। অন্যফালে জীৱ বন্ধনযুক্ত মায়াৰ অধীন। ঈশ্বৰ সৰ্বশক্তিমান, সৰ্বনিয়ন্তা, সৰ্বদ্ৰষ্টা, সৰ্বস্ৰষ্টা, সৰ্বব্যাপী।

কৰন্ত যেখনে ইটো সৃষ্টি স্থিতি অন্ত।
তেখনে বোলয় মাধৱক ভগৱন্ত।।
ব্ৰহ্ম পৰমাত্মা ভগৱন্ত একতত্ত্ব।
একেৰেসে তিনি নাম লক্ষণ ভেদত।। ১৮০-১৮১

++ ++

একে ব্ৰহ্ম মাত্ৰ থাকে সৃষ্টিৰ আদিত।
জগত স্বৰূপে পাছে হোৱন্ত বিদিত।।
প্ৰকৃতি মহত অহঙ্কাৰ বুদ্ধি মন।
বহুবিধ বিষয় ইন্দ্ৰিয় দেৱগণ।।
সবাৰো স্বৰূপ কৰে ব্ৰহ্মাসে প্ৰকাশ।
সমস্ততে যিটো কৰি আছন্ত নিবাস।।
তেহেন্তেসে নাৰায়ণ জানিবা নৃপতি।
তাহাৰ চৰণ সেৱা বিনে নাই গতি।।
নাহি ক্ষয় বৃদ্ধি যিটো জন্ম মৃত্যুহীন।
সমস্ততে সাক্ষী ৰূপে আছা উদাসীন।।
যদ্যপী আছন্ত ইটো জগত বিয়াপি।
নোচোৱে দেহৰ দোষে তাহাঙ্ক তথাপি।।
জ্ঞান মাত্ৰ ৰূপ নিত্য নিৰঞ্জন কায়।
থাকা সৰ্ব্বকালে সৰ্ব্বদেহতে সদায়।।

সিদ্ধমুনিজনে আকৌ কৈছে যে ব্ৰহ্মাৰ স্বৰূপ অথবা ব্ৰহ্মাতত্ত্ব সম্পৰ্কে জানিবলৈ হ'লে নিৰ্মল ভকতিয়ে হৈছে একমাত্ৰ উপায়। শ্ৰৱণ-কীৰ্তনেৰে একান্তভাৱে কৰা হৰিভক্তিৰ বলতে মন আৰু অন্তৰ নিৰ্মল হয় আৰু আত্মজ্ঞান জন্মে। এইদৰে পৰ্যায়ক্ৰমে গৈ ভক্তই ঈশ্বৰ জ্ঞান লাভ কৰিব পাৰে।

কেশৱৰ চৰণ সেৱাত বাঢ়ে ৰতি।।
তেবে তাৰ হোৱে আসি ভকতি প্ৰৱল।
পখালে চিত্তৰ তাৰ আছে যত মল।।

কেশৱ সেবায়ে যাৰ ধৌত ভৈল চিত্ত।
হোৱে তাত তেবে আসি ঈশ্বৰ বিদিত।। ২০০

এই প্ৰসঙ্গতে সিদ্ধপুৰুষজনে কৈছে যে কৰ্মযোগতহে ভক্তিৰ উদয় হয়।

ওপৰত উল্লিখিত কথা শুনাৰ পিছত ৰজাই কৰ্মযোগনো কি এই বিষয়ে জানিবলৈ ইচ্ছা কৰিছে। আৰু ষষ্ঠজন সিদ্ধপুৰুষ আবিৰ্হোত্ৰই ইয়াৰ সিদ্ধান্ত আগবঢ়াইছে। সিদ্ধজনে কৈ গৈছে যে বেদৰ বিহিত মতে কৰাকে প্ৰকৃত কৰ্ম বোলে। বেদে যাক নিষেধ কৰিছে সেয়া অকৰ্ম আৰু বেদ বিহিত কৰ্ম নকৰাই হ'ল বিকৰ্ম। যেহেতুকে ভগৱানৰ পৰাই বেদৰ সৃষ্টি হৈছে গতিকে বেদে কোৱা মানেই ঈশ্বৰৰ নিৰ্দেশ বুলি মানিব লাগিব।

বেদে যাক বিহিয়াছে তাকে বুলি কৰ্ম্ম।
বেদে যাক নিষেধিলে সেহিতো অকৰ্ম্ম।।
বিহিত নাচৰি হয় বিকৰ্ম্ম পাতেক।
এহি তিনিবিধ কৌলো তোমাত প্ৰত্যেক।।
বিকৰ্ম্ম অকৰ্ম্ম কৰ্ম্ম এহিটো ত্ৰিতয়।
বেদৰেসে মত জানা লৌকিক নহয়।।
যাক বেদ বোলে সিটো ঈশ্বৰ সাক্ষাত।
যিটো ঈশ্বৰত হন্তে হৈয়া আছে জাত।। ২০৭-২০৮

বেদৰ অভিপ্ৰেত সকাম কৰ্ম কৰিলে স্বৰ্গসুখ লাভ কৰিব পাৰি আদি লোভ লগাই অজ্ঞানীসকলক প্ৰথমতে ঈশ্বৰ অৰ্চনা কৰ্মত প্ৰবৃত্ত কৰায়। আৰু এইদৰে ভজনা কৰাৰ ফলত লাহে লাহে ব্যক্তিৰ মনলৈ নিষ্কাম ভক্তিৰ ভাব উপজিব আৰু শেষত মুক্তি লাভ কৰিব পাৰিব। গতিকে গুৰুৰ উপদেশ মতে সকলো বিষয় সুখ পৰিত্যাগ কৰি একান্তমনে কৃষ্ণত সকলো অৰ্পণ কৰি ভক্তি কৰিব পাৰিলে পৰম সিদ্ধি লাভ কৰিব পাৰিব।

পাছে বেদে বোলে এৰা ইসব কামনা
নিষ্কামে কৰিবা এক কৃষ্ণত অৰ্পণা।।
সেহি কৰ্ম্মে কৰাই বিষয়ত বিৰকতি।
উপজাইবে মাধৱত পৰম ভকতি।। ২১৪

++ ++

কৰিব সাত্ত্বিক কৰ্ম্ম বেদৰ বিহিত।।
ছাৰিয়া কামনা কৰি অৰ্পণা ঈশ্বৰে।
পাইবেক পৰম সিদ্ধি তেবে সিটো নৰে।। ২১৬

ইয়াৰ পিছত ৰজা নিমিয়ে পুনৰাই ঈশ্বৰ অৱতাৰ তত্ত্ব সম্পৰ্কে জানিবলৈ

ইচ্ছা কৰাত সপ্তমজন সিদ্ধমুনি দ্ৰুমিলে ইয়াৰ উত্তৰ দিছে। ঈশ্বৰৰ অৱতাৰ বা লীলা আৰু গুণ-কৰ্ম আদিৰ বিষয়ে সবিশেষ কোৱাটো অথবা জনাটো কাৰো পক্ষে সম্ভৱ নহয়। তথাপি সিদ্ধজনে যথা সম্ভৱ ক'বলৈ আগবাঢ়িছে।

পৃথিবীৰ ধূলি যিটো গণে কদাচিত।
কৃষ্ণৰ গুণক সিটো নপাৰে গণিত।। ২৩৪

এই প্ৰসংগতে মুনিয়ে কৈছে যে কৃষ্ণৰ গুণ আৰু লীলাৰ কথা জানিলে বা শুনিলে সকলো পাপ দূৰ হয় আৰু পৰম পুণ্য লাভ হয়।

সিদ্ধমুনিজনে কৈছে যে নিৰ্গুণব্ৰহ্মাই সাকাৰৰূপে প্ৰথমে বিৰাট পুৰুষ অৱতাৰ হৈ পঞ্চভূত, পঞ্চতন্মাত্ৰ ইত্যাদি উপাদানেৰে তেওঁৰ শৰীৰৰ পৰাই বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি কৰিলে। সেই পুৰুষে ৰজ, সত্ত্ব আৰু তমোগুণৰ অধিকাৰী হৈ যথাক্ৰমে ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ এই ত্ৰিমূৰ্ত্তি ধাৰণ কৰিলে আৰু ৰজো গুণেৰে সৃষ্টি, সত্ত্ব গুণেৰে স্থিতি আৰু তমো গুণেৰে লয় কৰে।

যাৰ শৰীৰত আছে ত্ৰিভূবন
পৃথিৱী পাতাল স্বগ।
ৰজোগুণে ব্ৰহ্মা সত্ত্ব গুণে বিষ্ণু
তমো-গুণে ৰুদ্ৰ হয়।
তিনি মূৰ্ত্তি ধৰি প্ৰজাক সততে
কৰা সৃষ্টি স্থিতি লয়।। ২৪১

ভগৱানে আকৌ ধৰ্মদেৱতাৰ পত্নী দক্ষকন্যা মূৰ্তিৰ গৰ্ভত নৰ আৰু নাৰায়ণ নামলৈ দুজন শ্ৰেষ্ঠ ঋষিৰূপে জন্মগ্ৰহণ কৰে। এই তত্ত্বজ্ঞানী পৰম তপশালী ঋষিদ্বয়ে নাৰদাদি ঋষিসকলক তত্ত্ব উপদেশ দিছে। নৰ আৰু নাৰায়ণে বদৰিকাশ্ৰমত কৰা পৰম তপস্যা দেখি স্বৰ্গৰাজ্য হেৰোৱাৰ ভয়ত দেৱৰাজ ইন্দ্ৰই তপস্যা ভঙ্গ কৰিবলৈ মদন সহিতে অপেশ্বৰী আৰু অনুচৰবৰ্গক পঠালে। কিন্তু ঋষিৰূপী ভগৱানৰ তপস্যা একোতে ভঙ্গ কৰিব নোৱাৰিলে। পিছত দেৱতাসকলে ভগৱানৰ আশ্বাসত ভীতিশূন্য হৈ স্তুতি কৰিবলৈ ধৰিলে।

যত মহা জ্ঞান বৃদ্ধ মুনিগণ সুৰসিদ্ধ
তোমাকেসে সেৱে দমাই মাথ।
জিনিলা দুৰ্জ্জয় মায়া আমাকো কৰিলা দয়া
কিনো ক্ষমাশীল জগন্নাথ।। ২৫১

মহৰ্ষি দ্ৰুমিলে ভগৱান হৰিৰ হংসৰূপী দত্তাত্ৰেয়, সনৎ কুমাৰ আৰু ঋষভ অৱতাৰৰ কথা বোৱাৰ পিছত ভগৱানে হয়গ্ৰীৱ ৰূপে অৱতীৰ্ণ হৈ মধুদৈত্যক বধ কৰি পাতালৰ পৰা চাৰিবেদ উদ্ধাৰ কৰাৰ কথা ৰজাক অৱগত কৰিছে। ইয়াৰ পিছত

নাৰায়ণৰ মৎস্য, কূৰ্ম, বৰাহ, নৰসিংহ, বামন পৰশুৰাম, ৰাম, শ্ৰীকৃষ্ণ, বুদ্ধ, কল্কী প্ৰমুখ্যে অৱতাৰসমূহৰ কথা কৈ সিবিলাকৰ লীলাৰ বৰ্ণনা দিছে। এই প্ৰসংগতে মুনিয়ে কৈছে যে কলিৰ শেষত ভকতক ৰক্ষা কৰি পুনৰাই ভগৱানে সত্য প্ৰৱৰ্ত্তাব।

আশ্বাসিব আনিয়া ভকত যত আছে।
কলিৰ অন্তত সত্য প্ৰৱৰ্ত্তাইব পাছে।। ৩২১

এইদৰে ভগৱান নাৰায়ণে অৱতাৰ লীলাৰে দুষ্টক বিনাশ আৰু ভকতক ৰক্ষা কৰি যুগে যুগে জগতৰ মহৎ উপকাৰ সাধন কৰিছে। গতিকে নাৰায়ণৰ মহিমাৰ কথা শ্ৰৱণ-কীৰ্ত্তন কৰি পৰমগতি লাভ কৰিবলৈ সিদ্ধপুৰুষজনে উপদেশ দিছে আৰু এয়াই মহাধৰ্ম বুলি কৈছে।

মাধৱৰ জন্ম কৰ্ম্ম কহিলো নৃপতি।
ইহাৰে সে শ্ৰৱণ-কীৰ্ত্তনে সাধ গতি।।
আত পৰে মহাধৰ্ম্ম নাহি নাহি আৰ।
কৰিবা বাক্যত আৰে বিশ্বাস আমাৰ।। ৩২২

ভগৱানৰ অৱতাৰৰ লীলাৰ বৰ্ণনা শুনাৰ পিছত ৰজা নিমিয়ে হৰিভক্তিহীন, ইন্দ্ৰিয়াসক্ত ব্যক্তিসকলৰ অৱস্থাৰ বিষয়ে জানিবলৈ আগ্ৰহ কৰিছে। ৰজাৰ এই আগ্ৰহৰ কথা জানিব পাৰি অষ্টমজন সিদ্ধপুৰুষ চমসে ইয়াৰ উত্তৰ দিবলৈ আৰম্ভ কৰিলে। এই প্ৰসঙ্গতে তেওঁ ভগৱানৰ মুখ, বাহু, উৰু আৰু পদৰ পৰা সত্ত্ব, ৰজ, আৰু তমো গুণৰ অধিকাৰী যথাক্ৰমে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰিবৰ্ণ সৃষ্টি হোৱা আৰু চাৰি আশ্ৰমৰ কথা কৈছে।

[ভগৱদ্‌গীতাতো শ্ৰীকৃষ্ণই অৰ্জুনৰ আগত উল্লিখিত ধৰণে কোৱা বুলি আছে চতুৰ্বৰ্নং ময়া সৃষ্টং গুণ কৰ্ম্ম বিভাগচ ...]

এই চাৰি বৰ্ণ আৰু চাৰি আশ্ৰমৰ অধিকাৰী বা জনক হৈছে ভগৱান শ্ৰীহৰি। যিসকলে ভগৱানক অৱজ্ঞা কৰে বা ভজনা নকৰে তেওঁলোকৰ অধোগতি হয়। অৱশ্যে ইয়াৰ ভিতৰত যিসকল অজ্ঞ ব্যক্তিয়ে নেজানি অথবা ভুলতে কৃষ্ণক ভজনা নকৰে তেওঁলোকক উপদেশ দি হৰিভক্তি পথলৈ আনিব পাৰি। যথা—

চাৰিও জাতিৰ জানা সাক্ষাতে জনক হৰি
তাহাঙ্ক নভজে চিত্ত দিয়া।
অবজ্ঞা কৰিয়া সিটো যাইবো পাপী অধোগতি
ভ্ৰষ্ট হৈবে তাৰ কুল ক্ৰিয়া।।
নজানিসে যিটোজনে নভজে কৃষ্ণক তাক
অনুকম্পা কৰা মহাৰথ।
মাতি উপদেশ দিয়া অজ্ঞানীৰ শুদ্ধ হিয়া
ধৰিবেক ভকতিৰ পথ।। ৩২৯-৩০

কিন্তু যিজনে নিজকে পণ্ডিত বা জনালোক বুলি ভাবে তেনেকুৱা মদগৰ্বী হৰিভক্তিহীনক কোনো উপদেশ দি লাভ নাই। তেওঁলোকে কাম, ক্রোধ, লোভ, মোহ আদিৰ বশৱৰ্তী হৈ প্ৰাণী হিংসা আদি কৰি নানা অপকৰ্ম কৰি পাপ অৰ্জন কৰে, দুখ যন্ত্ৰণাই আগুৰি ধৰে আৰু নৰক যন্ত্ৰণাৰ লগতে মৃত্যুভয়ৰ পৰা পৰিত্ৰাণ নোপোৱা হয়।

কৃষ্ণক নভজি মজিমৰে দুষ্ট চিত্ত।
সাধে মহা যাতনা আপুনি বিপৰীত।।
কৃষ্ণক বিমুখ মানে জানিবা আশয়।
বাঢ়ে লোভ জগতক দেখে ধনময়।। ৩৪১

এইদৰে অহংকাৰী, অভক্তসকলৰ স্বভাৱ আৰু অৱস্থাৰ কথা কৈ সিদ্ধ পুৰুষজনে ৰজা নিমিক সকলো বিপদৰ পৰা পৰিত্ৰাণ পাবলৈ একমাত্ৰ হৰিভক্তিতে মগ্ন হৈ থাকিবলৈ উপদেশ দিছে।

হেনজানি নিমি তুমি স্থিৰ কৰি মতি।
একচিত্তে আচাৰিয়ো হৰিৰ ভকতি।।
কৃষ্ণৰ চৰণে ধৰা সুদৃঢ় বিশ্বাসে।
তৰিবা সংসাৰ ঘোৰ তেৱে অপ্ৰয়াসে।। ৩৬৪

ৰজানিমিয়ে শেষত ভগৱান হৰিয়ে সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলিযুগত কি কি নামেৰে কেনে ধৰণৰ মূৰ্তি ধাৰণ কৰিছিল, তেওঁলোকৰ পূজা, জপ, ভজনা ইত্যাদি সম্পৰ্কে জানিব বিচাৰিলে। তেতিয়া নৱমজন সিদ্ধমুনি কৰভাজনে উত্তৰ দিবলৈ আৰম্ভ কৰিলে। তেওঁ ক'লে যে ভগৱান হৰি সত্য ত্ৰেতা, দ্বাপৰ আৰু কলিযুগত ভিন্ ভিন্ নাম, ভিন্ ভিন্ ৰূপেৰে ভিন্ ভিন্ অৱতাৰ ধৰিছে আৰু বিবিধ প্ৰকাৰে পূজিত হৈছে। ভগৱানে সত্যযুগত শুক্লবৰ্ণ, চতুৰ্ভুজ জটা বল্কলধাৰী, কৃষ্ণাজিনো পবীত আৰু অক্ষমালা, দণ্ড কমণ্ডলুধাৰী সুন্দৰ ব্ৰহ্মচাৰীৰূপে আবিৰ্ভূত হৈছে। তেওঁক হংস, পৰমাত্মা, ধৰ্ম, সুপৰ্ণ প্ৰভৃতি দহটা নামেৰে জপ আৰু পূজা কৰিলে। ত্ৰেতাত হৰি ৰক্তবৰ্ণ চুতুৰ্ভুজ, ত্ৰিবসনধাৰী, পিঙ্গল বৰণীয়া চুলি আৰু যজ্ঞমূৰ্তি ধাৰী, তেওঁক পৃশ্নিগৰ্ভ, সৰ্বদেৱ, বিষ্ণুসহ আঠটা নামত জপ আৰু পূজা কৰা হৈছে। দ্বাপৰ যুগত ভগৱান শ্ৰীহৰিৰ ৰূপ হৈছে শ্যামবৰ্ণ পদ্মচক্ৰধাৰী, শ্ৰীবৎস কৌস্তুভশোভিত, দণ্ড, ছত্ৰ চামৰ আদি ৰাজ চক্ৰৱৰ্তী বিভূতিৰে বিভূষিত। সেই কালতো বেদ তন্ত্ৰমতে পূজা কৰা হৈছে এইকেইটা নামেৰে।

নমো বাসুদেৱ নমো নমো সঙ্কৰ্ষণ।
প্ৰদ্যুম্ন পুৰুষ অনিৰুদ্ধ ভগৱান।।
সৰ্ব্বভূত আত্মা নমো নমো মহাত্মন।
বিশ্ব বিশ্বেশ্বৰ নমো ঋষি নাৰায়ণ।। ৩৭৮

ইয়াৰ পিছত কৰভাজনে কলিযুগত ভগৱানৰ নাম আৰু ৰূপৰ বৰ্ণনা দিছে এইদৰে—

কলিত প্ৰধান জানা কৃষ্ণ অৱতাৰ।
বেদতো অধিক তন্ত্ৰমন্ত্ৰ হোৱে ছাৰ।।
কলিত কৃষ্ণৰ মূৰ্ত্তি দেখন্তে নিৰ্ম্মল।
যেন ইন্দ্ৰনীল ৰত্ন পৰম উজ্জ্বল।। ৩৭৯

পৰম ৰূপবান পীত বস্ত্ৰধাৰী শ্ৰীকৃষ্ণৰ হাতত শঙ্খ, চক্ৰ, গদা, পদ্ম আৰু শৰীৰত শ্ৰীবৎস কৌস্তুভে শোভাবৰ্দ্ধন কৰিছে। সুনন্দ কুমুদ নন্দ প্ৰমুখ্যে পাৰিষদ গণে ভগৱানক দণ্ড ছত্ৰ চামৰেৰে সেৱা কৰি আছে। ভগৱানৰ নাম-গুণ কীৰ্তনেই হৈছে কলিৰ পৰম ধৰ্ম। লগতে কৈছে যে এই যুগত কৃষ্ণ আৰু ৰাম এই দুই নামেৰে হৰিক ভজনা কৰিব লাগে। কলিযুগত কেৱল মাত্ৰ হৰি নাম কীৰ্তনেৰে সকলো সিদ্ধি লাভ বা পুৰুষাৰ্থ লাভ কৰিব পাৰি। একমাত্ৰ দৃঢ়চিত্তে কৰা হৰিভক্তিয়ে সকলো পাপ দূৰ কৰি সংসাৰ বন্ধনৰ পৰা মুক্তিলাভ কৰিব পাৰি।

কলিত কীৰ্ত্তন কৰি পাৱে তেন গতি।
ব্ৰহ্মা আদি দেৱো তাঙ্ক নপান্ত সম্প্ৰতি।।
যত প্ৰাণী সৱে সংসাৰত ভ্ৰমি মৰে।
নাহি মহা লাভ তাৰ কীৰ্তনত পৰে।।

+++ +++

কীৰ্তনতে সাধে সিটো গতি আপোনাৰ।। ৩৯১

+++ +++

এড়িলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্ৰ ভজে দৃঢ় মতি।।
তাহাৰ পাতক যদি সিজে, প্ৰমাদত।
নাশ হোৱে সিয়ো ঈশ্বৰৰ প্ৰসাদত।। ৩৯৮

এইদৰে সিদ্ধমুনিসকলে ৰজা নিমিৰ নটা প্ৰশ্নৰ উত্তৰ দিয়াৰ মাধ্যমেৰে ভাগৱত ধৰ্ম সম্পৰ্কে ব্যাখ্যা কৰি তেওঁলোক অন্তৰ্ধ্যান হৈছে। আৰু ৰজা নিমিয়েও পৰমগতি লাভ কৰিছে। আলোচনাৰ আৰম্ভণিতে উল্লেখ কৰা হৈছে যে নাৰদমুনিয়ে বসুদেৱৰ আগত ভাগৱত ধৰ্ম কথন প্ৰসঙ্গত নিমি-নৱসিদ্ধৰ আখ্যানটো উপস্থাপন কৰিছিল। নাৰদে কাহিনীটো কোৱাৰ পিছত বসুদেৱকো কৈছে যে নিমিয়ে পৰম গতি লাভ কৰাৰ দৰে তেৱোঁ ভাগৱত ধৰ্ম পালন কৰি পৰম গতি লাভ কৰিব পাৰিব।

ভাগৱত ধৰ্ম্ম নিমিয়ো আচৰি
সুদৃঢ় কৰিয়া মতি।

কৃষ্ণৰ চৰণ কৰিয়া স্মৰণ
পাইলন্ত পৰম গতি।। ৪১২
আবে বসুদেৱ শুনিলাহ্ যেন
ভাগৱত ধৰ্ম্মচয়।
শ্ৰদ্ধায়ে আচৰি তুমিয়ো লভিবা
পৰম গতি নিশ্চয়।।
সুধিলা নিমিন্তে কহিলো তোমাৰ
নলাগে এতেকে শ্ৰম।
তোমাথেৰ ভাগ্য কি কহিবো যাৰ
ঘৰত পৰম ব্ৰহ্ম।। ৪১৩

গ্ৰন্থখনৰ আৰম্ভ যিদৰে শ্ৰীকৃষ্ণৰ বন্দনাৰে কৰা হৈছে সেইদৰে পৰিসমাপ্তিও মহাপুৰুষজনাই আত্মলঘিমাৰে শ্ৰীকৃষ্ণ প্ৰশস্তিসূচক ভণিতাৰে ঘটাইছে।

নমো নমো কৃষ্ণ পদ-পঙ্কজক
পাৰে পৰি প্ৰণিপাতে।
মূঢ় হুয়া প্ৰভু কৰিলো পয়াৰ
ছাড়িবা দোষ ইহাতে।। ৪২৩

# বলি-ছলন (কাব্য)

মহাপুৰুষ শঙ্কৰদেৱে ভাগৱতৰ অষ্টম স্কন্ধৰ শেষৰ কেইটামান অধ্যায়ৰ ভেটিত ৰচনা কৰিছে বলিছলন কাব্যখন। কাব্যখনত বামন পুৰাণৰ মিশ্ৰ দিয়া বুলিও কবিয়ে উল্লেখ কৰিছে। যথা—

ভাগৱত কথা ইটো অমৃত সাক্ষাত।
বামন পুৰাণ কিছু মিশ্ৰ দিলো তাত।।
দুয়ো কথা নিবন্ধিলো কৰি এক ঠাই।
যেন মধুমিশ্ৰ দুগ্ধ স্বাদ বাঢ়ি যায়।।

কাব্যখনৰ কাহিনীভাগৰ আভাষ দিবলৈ যোৱাৰ আৰম্ভণিতে উল্লেখ কৰিব পাৰি যে শঙ্কৰদেৱে ভাগৱতৰ অষ্টম স্কন্ধৰ আধাৰত অমৃত মন্থন আৰু বলিছলন দুখন সুকীয়াকৈ কাব্যৰচনা কৰিলেও মূলত ঃ দুয়োখন কাব্যৰ বিষয়বস্তু ভাগৱতৰ এটা আখ্যানৰে দুটা ভাগ। অৰ্থাৎ বলিছলনৰ কাহিনীভাগৰ পটভূমিত অমৃত মন্থনৰ কাহিনী উপস্থাপিত হৈছে। অমৃত মন্থনৰ কাহিনীভাগত বৰ্ণনা কৰে মতে সাগৰৰ পৰা উদ্ভৱ হোৱা অমৃতক কেন্দ্ৰ কৰি দেৱাসুৰৰ যি ভয়ঙ্কৰ যুদ্ধ হৈছিল সেই যুদ্ধত মহান বীৰ দৈত্যেশ্বৰ বলিয়ে পৰম বিক্ৰমেৰে যুদ্ধ কৰিও দেৱৰাজ ইন্দ্ৰৰ হাতত পৰাজয় বৰণ কৰি যথেষ্ট মনোকষ্ট পাইছিল। আৰু এই পৰাজয়ৰ গ্লানি কেনেদৰে আঁতৰ কৰিব পাৰে সেই বিষয়ে চিন্তা কৰিছিল।

বলিছলনৰ কাহিনীভাগ আৰম্ভ হৈছে বলিয়ে পৰাজয়ৰ গ্লানি আঁতৰ কৰাৰ উপায় বিচাৰি দৈত্য গুৰু শুক্ৰাচাৰ্যৰ শৰণাপন্ন হোৱাৰ পৰা।

প্ৰণামিলা বলিৰায় গুৰুপাৱে ধৰি।
শুক্ৰে আশ্বাসিলা পাছে তাহাঙ্ক সাদৰি।।

++ ++

শুক্ৰক সম্বোধি পাছে বুলিলন্ত বাক।
কোন কৰ্ম্ম কৰো গুৰু বুলিয়ো আমাক।।

যুদ্ধত নিহত হৈ গুৰু শুক্ৰাচাৰ্যৰ মৃতসঞ্জীৱনী মন্ত্ৰৰ বলত পুনৰ প্ৰাণ পোৱা বলিয়ে এই প্ৰসংগতে কেনেদৰে স্বৰ্গ লাভ কৰিব পাৰি তাৰো উপায় বিচাৰিছিল গুৰুৰ ওচৰত। সকলোৰে উপায় হিচাপে গুৰুৱে আয়োজন কৰিছিল বিশ্বজিত যজ্ঞৰ। এই যজ্ঞকুণ্ডৰ পৰা উদ্ভৱ হৈছিল যুদ্ধৰ সাজ সৰঞ্জাম অস্ত্ৰ-সস্ত্ৰসহ সেই অভেদ্য

অজেয় বিচিত্ৰ ৰথ। শুক্ৰাচাৰ্যই পৰম আনন্দিত হৈ আদেশ দিছিল বলিক সেই ৰথত উঠি যুদ্ধৰ উদ্দেশ্যে স্বৰ্গ যাত্ৰা কৰিবলৈ। গুৰুৰ আদেশ শিৰোধাৰ্য কৰি সসৈন্যে ধাৱিত হৈছিল স্বৰ্গাভিমুখে পৰমবিক্ৰমী দৈত্যৰাজ বলি। আৰু সেই ৰথৰ প্ৰভাৱতে অনায়াসে উপবিষ্ট হৈছিলগৈ স্বৰ্গৰ ৰাজ সিংহাসনত। সিফালে প্ৰাণৰ ভয়ত পলাই গৈছিল ছন্দবেশেৰে ইন্দ্ৰ সহিতে দেৱতাসকল দেৱগুৰু বৃহস্পতিৰ পৰামৰ্শ মৰ্মে। কবিয়ে এই প্ৰসংগতে চিত্ত চমৎকাৰী বৰ্ণনাৰে বিৱৰণ দিছে অমৰাৱতীৰ। ইয়াৰ পিছত মহাপুৰুষজনাই দেৱতাসকলৰ দুখ-দুৰ্গতি দেখি দেৱমাতা অদিতিৰ অন্তৰত উঠলি উঠা শোকৰ বতৰা দিছে এক মৰ্মস্পৰ্শী বৰ্ণনাৰে। অদিতিয়ে তেওঁৰ দুখৰ কথা নিৱেদন কৰিছিল তপস্যাৰ পৰা গৃহলৈ প্ৰত্যাৱৰ্তন কৰা স্বামী কাশ্যপৰ আগত। লগতে দেৱতাসকলৰ কল্যাণৰ কাৰণে উপায় দিবলৈও স্বামীক প্ৰাৰ্থনা জনাইছিল। অদিতিৰ কথাত ঋষিকাশ্যপ বিমোৰত পৰিছিল। কাৰণ তেওঁ পিতৃহিচাপে দেৱতা, দানৱ সকলোকে সমান দেখে। তথাপি ভক্তৰ প্ৰতি অনুগ্ৰহ দেখুৱাবলৈ ইচ্ছা কৰি উপায় হিচাপে ভাৰ্যা অদিতিক পয়োব্ৰতেৰে বিষ্ণুক আৰাধনা কৰিবলৈ উপদেশ দিছিল। এই আৰাধনাৰে বিষ্ণুক সন্তুষ্ট কৰিব পাৰিলে ভক্তৰ মনৰ কামনা পূৰ্ণ হ'ব।

ঝাণ্টে পয়োব্ৰত ধৰি আৰাধিয়ো দেৱহৰি
তেবে হৈব দুৰ্গতি নিস্তাৰ।
একচিত্তে কৰা সেৱ ভকত বৎসল দেৱ
মাধৱে সাধিবে প্ৰতিকাৰ।।

কাশ্যপৰ উপদেশ মতে যথা নিয়মে পৰম নিষ্ঠাৰে অদিতিয়ে বিষ্ণুক আৰাধনা কৰাৰ ফলত ভগৱান বিষ্ণু সন্তুষ্ট হৈ অদিতিৰ আগত আবিৰ্ভাৱ হৈছিল। নাৰায়ণক সন্মুখত দেখি অদিতিয়ে দণ্ডবতে পৰি স্তুতি কৰিবলৈ ধৰিছিল। শ্ৰীহৰিয়ে দেৱমাতাক আশ্বাস দিছিল যে তেওঁৰ গৰ্ভত হৰিয়ে জন্মগ্ৰহণ কৰি কৌশলেৰে অজেয়, অবধ্য বীৰ বলিক ছলনা কৰি ইন্দ্ৰক পুনৰ স্বৰ্গৰ ৰাজ সিংহাসনত উপবিষ্ট কৰাব। কাব্যখনৰ কাহিনীভাগত ইয়াৰ পিছত দেখুৱা হৈছে— যথাসময়ত নাৰায়ণৰ অদিতিৰ পুত্ৰৰূপে অৱতাৰ ধাৰণ, পিতৃ-মাতৃৰ লগতে ব্ৰহ্মা আদি ঋষিসকলৰ কৃষ্ণস্তুতি আৰু অদিতি কাশ্যপক বিষ্ণুমায়াৰে মোহিত কৰি ভগৱানৰ বামনৰূপ ধাৰণ। সময়মতে উপনয়ন প্ৰমুখ্যে বামনৰ জাতকৰ্ম সমাপন হোৱাত ব্ৰহ্মা আৰু ঋষিসকলৰ লগত মাতৃৰ অনুমতি লৈ বামন বলিৰজাই অনুষ্ঠিত কৰা যজ্ঞশালাত উপস্থিত হৈছিল। ব্ৰহ্মচাৰী বেশত বামনক দেখি পৰম আনন্দিত হৈ সভক্তিৰে তেওঁক বহিবলৈ সোণৰ আসন পাৰি দিছিল আৰু পত্নী বিন্ধ্যাৱলীৰ সৈতে বলিয়ে বামনক বিবিধ প্ৰকাৰে ভক্তিপূৰ্বক অৰ্চনা কৰিবলৈ ধৰিছিল। বলিৰজাৰ ভক্তিত সন্তুষ্ট হৈ বামনে বলিক তেওঁৰ পূৰ্বপুৰুষসকলৰ গুণ বখানি

প্ৰশংসা কৰিবলৈ ধৰিছিল। প্ৰশংসাত সন্তুষ্টি লাভ কৰি বলিয়ে বামনক কি দান লাগে জনাবলৈ প্ৰাৰ্থনা কৰিছিল। সেই মৰ্মে বামনে বলিৰ পৰা মাত্ৰ তিনিপদ ভূমিহে বিচাৰিছিল। যথা বিধি বলিয়ে দান দিবলৈ উদ্যোগ লওঁতে দৈত্যগুৰুৱে সকলো কথা বিবৰি কৈ বলিক সেই দান দিয়াৰ পৰা বিৰত থাকিবলৈ নিৰ্দেশ দিছিল যদিও ৰজা নিজ সঙ্কল্পৰ পৰা আঁতৰি অহা নাছিল। শুক্ৰাচাৰ্যৰ বিভিন্ন প্ৰকাৰে দিয়া বাধা শ্ৰীহৰিৰ কৌশলত আঁতৰি গৈছিল আৰু বলিয়ে দান দিয়া কাৰ্য সমাপন কৰিছিল। ইয়াৰ পিছত বামনৰ শৰীৰ বাঢ়িবলৈ ধৰিছিল আৰু গোটেই বিশ্বব্ৰহ্মাণ্ড তেওঁৰ আপদমস্তক শৰীৰত শোভা কৰিছিল। এইদৰে বিষ্ণুৱে দুই ঠাইত দুই পদ স্থাপন কৰি পাতাল সহিতে ত্ৰিজগত বলিৰ পৰা কাঢ়ি লৈছিল। বিষ্ণুৰ কাৰ্যত দৈত্যগণৰ খং উঠিছিল আৰু বিষ্ণুৰ পাৰিষদসকলৰ সৈতে যুদ্ধত লিপ্ত হৈছিল। কিন্তু উদাৰ, দানবীৰ, জ্ঞানী পৰমধাৰ্মিক, বিষ্ণুভক্ত বলিয়ে বাধা দিয়াত দৈত্যসকলে যুদ্ধ বন্ধ কৰিছিল। সেই সময়তে বিষ্ণুভক্ত সকলোৱে বিষ্ণুৰ গুণ কীৰ্তন কৰি কৰি তেওঁক সভক্তিৰে স্তুতি কৰিবলৈ ধৰিছিল। গুণ কীৰ্তন চলি থকা অৱস্থাতে বিষ্ণুৰ নিৰ্দেশত গৰুড় পক্ষীয়ে বলিক নাগপাশেৰে বান্ধি পেলাই শাৰীৰিক আৰু মানসিকভাৱে কষ্ট দি পৰীক্ষা কৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু ধাৰ্মিক বলি ৰজাই নীৰৱে সকলো সহ্য কৰি গৈছিল। বামনৰূপী বিষ্ণুৱে পুনৰ গৰ্জন কৰি বলিক সুধিছিল এতিয়াও বাকী থকা তৃতীয় পদৰ ঠাই ক'ত দিব। ইয়াৰ লগতে বামনে নানা ধৰণে ভয় দেখুৱাইছিল বলিক। ইয়াৰ ভিতৰত অসত্যবাদী বুলিও আখ্যা দিব খুজিছিল। ইমান সময়ে মৌন হৈ থকা বলিয়ে অৱশেষত বিনম্ৰভাৱে কৈছিল যে ৰাজ্য ধান, ঐশ্বৰ্য, বিভূতি হেৰুৱাই আৰু শাৰীৰিক কষ্ট পোৱা সত্ত্বেও তেওঁৰ মনত কোনো দুখ নাছিল কিন্তু তেওঁক অসত্যবাদী বুলি কোৱা কাৰণেহে দুখ পাইছে। এই বুলি কৈ বলিয়ে নিজৰ মূৰটো আগবঢ়াই দিছিল ভগৱানৰ চৰণ ৰাখিবৰ বাবে।

তুমি যেৱে জানা মোৰ সত্য ভৈল ছন্ন।
মাথা পাতি দেওঁ তাতে থাপিও চৰণ।।
থোৱা পাৱ শিৰত সাফলো অঙ্গীকাৰ।
শৰীৰকো সমৰ্পিলো পাৱত তোমাৰ।।
জন্মে জন্মে তোমাৰ দাসৰো ভৈলোদাস।
তযু চৰণত মোৰ নুগুচোক আশ।।

এনেদৰে কৈ নানাভাৱে বলিয়ে বিষ্ণুক স্তুতি কৰিবলৈ ধৰিছিল। তেনে অৱস্থাতে উপস্থিত হৈছিলহি বলিৰ পিতামহ ভক্তপ্ৰহ্লাদ। বলিয়ে বন্ধন অৱস্থাৰে লজ্জিতভাৱেৰে তেওঁক নমস্কাৰ জনাইছিল আৰু পহ্লাদে উগ্ৰমূৰ্তিধাৰণকাৰী বিষ্ণুক বন্দনা কৰিছিল। স্বামীৰ তেনে অৱস্থা দেখি শোকবিহ্বলা হোৱা বলিৰ ভাৰ্যা বিন্ধ্যাৱলীয়েও ভগৱানক স্তুতি কৰিবলৈ ধৰিছিল। অৱশেষত ব্ৰহ্মাৰ স্তুতিত শান্ত

হৈ বিষ্ণুৱে বলিক বন্ধনমুক্ত কৰি কৈছিল যে তেওঁ তেওঁৰ ভক্তক পৰীক্ষা কৰিবৰ নিমিত্তে তেনেধৰণে নিগ্ৰহ কৰে। বলিক লক্ষ্য কৰি বামনে কৈছিল যে তেওঁ তেওঁৰ ভক্তিৰ দ্বাৰা ভগৱানক সন্তুষ্ট কৰিব পাৰিছে। গতিকে বৈকুণ্ঠতকৈও ভগৱানৰ প্ৰিয়স্থান সুতললৈ গৈ জ্ঞাতিবৰ্গৰ সৈতে আনন্দমনে বিষ্ণু গুণ-কীৰ্তন কৰি থাকিব লাগে বুলি নিৰ্দেশ দিছিল। শ্ৰীহৰিসদা সৰ্বদা প্ৰত্যেক্ষভাৱে সেই ঠাইত বিচৰণ কৰি থাকিব বুলিও আশ্বাস দিছিল।

তোৰ মোৰ এৰাএৰি নাহি আজি ধৰি।
মোৰ ৰূপ চিন্তিবি চিত্তত ধ্যান কৰি।।
বৈষ্ণৱৰ সঙ্গত শুনিবি মোৰ কথা।
মোৰ নাম-কীৰ্তনক কৰিবি সৰ্ব্বথা।।

কাব্যখনৰ শেষত দেখুৱা হৈছে দৈত্যগুৰু শুক্ৰাচাৰ্যৰ দ্বাৰা বলিৰ যজ্ঞ সমাপন কৰা আৰু পাৰিষদগণৰ সৈতে ৰজা বলি আৰু ৰাণী বিন্ধ্যাৱলী সানন্দে সুতললৈ গমন কৰা আৰু তাতে ভক্তপ্ৰহ্লাদ সহিতে সকলোৱে বিষ্ণু গুণ-কীৰ্তন কৰি ভক্তিৰসত নিমগ্ন হৈ বিমল আনন্দ উপভোগ কৰা। গুৰুজনাই কাব্যখন কৃষ্ণস্তুতিৰে আৰম্ভ কৰাৰ দৰে সামৰণিও কৃষ্ণ প্ৰশস্তিসূচক ভণিতাৰে মাৰিছে।

বলিছলন কাব্যখনৰ এক বিশ্লেষণাত্মক আলোচনা কৰিবলৈ গ'লে বহুকেইটা দিশকেই সামৰিব লগা হয় যদিও মহাপুৰুষজনাৰ প্ৰধান উদ্দেশ্যৰ প্ৰতি লক্ষ্য ৰাখি মাথো দুই এটি দিশৰ ওপৰতহে আলোকপাত কৰিবলৈ প্ৰয়াস কৰা হ'ব।

**কৃষ্ণভক্তিবাদ ঃ** ওপৰত চমুকৈ বিবৃত কৰা কাব্যখনৰ কাহিনীভাগৰ পৰা সিদ্ধান্তলৈ আহিব পাৰি যে বলিছলনক এখন সুকীয়াকৈ কাব্য ৰচনা কৰাৰ প্ৰধান উদ্দেশ্য আছিল কাব্যৰ মূল চৰিত্ৰ বলিক কেন্দ্ৰ কৰি ভক্তিৰ পৰাকাষ্ঠা দেখুৱাৰ লগতে কৃষ্ণভক্তিবাদ প্ৰচাৰ কৰা। এটি সুসংহত কাহিনীৰ চিত্তচমৎকাৰী বৰ্ণনাৰ মাধ্যমেৰে কাব্যখনৰ আৰম্ভণিৰ পৰা শেষলৈকে প্ৰকাশ কৰা হৈছে শ্ৰৱণ-কীৰ্তন আৰু স্মৰণ ভক্তিৰ গুৰুত্ব প্ৰদাণেৰে একশৰণ বৈষ্ণৱ নাম-ধৰ্ম। এতিয়া কাব্যখনৰ মাজেৰে কেনেদৰে কৃষ্ণভক্তিবাদ প্ৰকাশ হৈছে সেই বিষয়ে বিচাৰ কৰিবলৈ যত্ন কৰা হ'ব। কাব্যৰ আৰম্ভণিতে দেখুৱাইছে যে দৈত্যৰাজ বলিয়ে যজ্ঞোত্তৰ অজেয় অভেদ্য ৰথৰ সহায়ত সকলোকে পৰাভূত কৰি স্বৰ্গৰ অধিপতি হৈছিল তেতিয়া বলিক কেনেদৰে পৰাহত কৰি দেৱতাসকলৰ উপকাৰ সাধন কৰিব পাৰি তাৰ উপায় হিচাপে দেৱমাতা অদিতিক স্বামী কাশ্যপে পয়োব্ৰতেৰে ভকতবৎসল ভগৱান শ্ৰীহৰিক আৰাধনা কৰিবলৈ উপদেশ দিছিল। কাৰণ দুষ্টক দমন কৰি ভক্তক ৰক্ষা কৰিব পাৰে একমাত্ৰ ভগৱান বিষ্ণুৱে।

ঝণ্টে পয়ো ব্ৰত ধৰি আৰাধিয়ো দেৱহৰি
তেবে হৈব দুৰ্গতি নিস্তাৰ।

একচিত্তে কৰাসেৱ ভকতবৎসল দেৱ
মাধৱে সাধিবে প্ৰতিকাৰ।।

স্বামীৰ নিৰ্দেশ মতে একনিষ্ঠভাৱে জগৎ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ স্বৰূপ, দেৱতাৰো দেৱতা পৰমব্ৰহ্ম নাৰায়ণক আৰাধনা কৰাৰ ফলত ভকতবৎসল হৰি প্ৰসন্নহৈ অদিতিৰ সম্মুখত আবিৰ্ভাৱ হৈছিল আৰু কৈছিল যে তেওঁ অদিতিৰ গৰ্ভত জন্ম লৈ দেৱতা সহিতে জগতৰ উপকাৰ সাধন কৰিব। ভগৱান অদিতিৰ গৰ্ভত স্থিতি হ'ব বুলি জানি ব্ৰহ্মাই মাধৱক স্তুতি কৰিবলৈ ধৰিছিল।

অদিতিৰ গৰ্ভক প্ৰণাম কৰি সুখে।
মাধৱক স্তুতি আৰম্ভিলা চাৰি মুখে।।
জয় জয় বিপুল বিক্ৰম ভগৱন্ত।
জয় জয় সংসাৰৰ আদি মধ্য অন্ত।।

ইয়াৰ পিছত ভগৱান হৰিক পুনৰ স্তুতি কৰিছিল কাশ্যপ আৰু অদিতিয়ে যেতিয়া অদিতিৰ গৰ্ভত ভগৱানৰ জন্ম হৈছিল। শঙ্খ, চক্ৰ, গদা, পদ্মদাৰী চতুৰ্ভুজ ভগৱান শ্ৰীহৰিৰ দিব্যৰূপ চাই চাই শৰীৰ ৰোমাঞ্চিত হৈ উঠা দেৱমাতা আৰু কাশ্যপ পৰম পুলকিত হৈছিল আৰু ভগৱানৰ গুণ-কীৰ্তন কৰিবলৈ ধৰিছিল।

তনুৰোমাঞ্চিত নধৰয় চিত
আনন্দে লোতক ঝৰে।
গদগদমাতে কৰযোৰহাতে
পৰি দুয়ো স্তুতি কৰে।।
জয় ব্ৰহ্মবাদী জগতৰ আদি
ন্যাহিযাৰ আদিঅন্ত।
সৃষ্টি স্থিতি লয় হোৱন্তে আছয়
তুমি হেতু ভগৱন্ত।।

ইয়াৰ পিছত ভগৱান বিষ্ণুৱে উদ্দেশ্য সাধনৰ নিমিত্তে সেই ৰূপ পৰিত্যাগ কৰি বামন ৰূপ ধাৰণ কৰিছিল যিটো ৰূপ তেওঁৰ দশাৱতাৰৰ অন্যতম (পঞ্চম অৱতাৰ) চমু কথাত ক'বলৈ গ'লে বলিছলন কাব্যখনৰ মাজেৰে বামন ৰূপৰ বিষ্ণুৰ লীলা প্ৰকাশ কৰা হৈছে। গতিকে কাব্যখনৰ মাজেৰে বৈষ্ণৱ ভক্তিবাদ বিবৃত হৈছে আৰু ইয়াৰ শুভাৰম্ভ উল্লিখিত বিষ্ণুৰ পয়োব্ৰতেৰে কৰা হৈছে। কাব্যত বৰ্ণনা কৰা মতে উপনয়নত দীক্ষিত হোৱা ব্ৰহ্মাচাৰীৰূপত বামনৰ আগমন হৈছিল ন্যায়, সত্যবাদী, দানবীৰ বলিৰ যজ্ঞস্থলিলৈ ছলনাৰে তেওঁৰ পৰা তিনিপদ ভূমি দান ল'বলৈ। আৰু কাব্যখনত ইয়াৰ পৰা শেষলৈকে কৃষ্ণভক্তিবাদৰ বিকাশ লাভ ঘটিছে। এই বিকাশ লাভত প্ৰধান ভূমিকা লৈছিল ভক্ত প্ৰহ্লাদৰ নাতি সত্যবাদী বলিৰাৱে। নিজ সঙ্কল্পত অলৰ-অচৰ বলিয়ে সৰ্বস্বান্ত হৈ বিষ্ণুৰ চৰণত সমস্ত

অৰ্পণ কৰি ভক্তিৰ চৰম নিদৰ্শন দাঙি ধৰিছিল। বিষ্ণুৱে বলিক নানা ধৰণে পৰীক্ষা কৰিছিল আৰু সকলো পৰীক্ষাত উত্তীৰ্ণ হৈ নিৰ্মল অন্তৰেৰে বলি উত্তম ভক্তৰ গুণ আহৰণ কৰিবলৈ সক্ষম হৈছিল। এই সন্দৰ্ভতে বামনৰূপ বিষ্ণুৰ অমৃত নিস্যন্দিত শ্ৰীমুখৰ পৰা নিঃসৃত হোৱা কথাখিনি উদ্ধৃত কৰিব পাৰি।

তোহোৰ ভকতি মোক কৰিলি অধীন।
মোৰ যেবে দেও তভু শুজা নযাই ঋণ।।
তথাপি বচন বোলো শুনা দৈত্যনাহা।
জ্ঞাতিবৰ্গ সমে সুতলক চলি যাহা।।
বৈকুণ্ঠতো অধিক মোহোৰ প্ৰিয়থান।
আতি বিতোপণ বিশ্বকৰ্মাৰ নিৰ্মাণ।।

++ ++

তোৰ মোৰ এৰাএৰি নাহি আজি ধৰি।
মোৰ ৰূপ চিন্তিবি চিত্তত ধ্যান কৰি।।
বৈষ্ণৱৰ সঙ্গত শুনিবি মোৰ কথা।
মোৰ নাম-কীৰ্তনক কৰিবি সৰ্ব্বথা।।

বলিয়ে বিষ্ণুভক্তিৰ বলত বৈকুণ্ঠতকৈও শ্ৰেষ্ঠস্থান সুতল লাভ কৰিছিল আৰু সেই সুতল হৈছে য'ত সদা সৰ্বদা বিষ্ণুৰ নামগুণ শ্ৰৱণ-কীৰ্তন হৈ থাকে আৰু তাত স্বয়ং বিষ্ণুৱে বিৰাজ কৰে। সেই পৱিত্ৰ ঠাইৰ প্ৰভাৱে বলিক আৰু বেছি মহিয়ান কৰি তুলিছিল।

প্ৰসন্ন বদনে হৰি কৰে ধৰি গদা।
বলিৰ সমুখ হুয়া থাকন্ত সৰ্বদা।।
হৰি দৰশনত নিৰ্মল ভৈল মতি।
বিষ্ণুৰ চৰণে অনুক্ষণে বাঢ়ে ৰতি।।
ভৈলন্ত বিমুখ বলি বিষয় সুখত।
সদায়ে কৃষ্ণৰ নাম নুগুচে মুখত।।

কাব্যখনত ওপৰত উল্লিখিত লোকসকলৰ লগতে প্ৰহ্লাদ আৰু বিন্ধ্যাৱলীৰ কৃষ্ণস্তুতিয়েও ভক্তিবাদ প্ৰকাশ কৰাত অৰিহণা যোগাইছে। প্ৰসংগক্ৰমে দুয়োজনৰে কৃষ্ণস্তুতিৰ কিছুঅংশ উদ্ধৃত কৰিব পাৰি।

(ক) তুমিসে পৰমগুৰু পুৰুষ প্ৰধান।
সবাৰো চিত্তৰ পোৱা আপুনি প্ৰমাণ।।
অসন্তক বিনাশি সন্তক কৰা গতি।
তোমাৰ চৰণে মোৰ নছাড়োক মতি।।

(খ) নমো নাৰায়ণ দেৱ তুমি বিনে নাহি কেৱ
সৃষ্টি স্থিতি সংহাৰ কাৰণ
যুগে যুগে অৱতৰি নানাবিধ মূৰ্ত্তি ধৰি
তুমি কৰা সন্তক পালন।।

**সাহিত্যিক সৌন্দৰ্য ঃ** বলিছলনৰ গাম্ভীৰ্য তথা সৌন্দৰ্য প্ৰদান কৰাত ইয়াত প্ৰকাশ পোৱা কৃষ্ণভক্তিবাদে মুখ্য ভূমিকা লৈছে যদিও সেই ভক্তিবাদ সাৰ্থকভাৱে প্ৰকাশ কৰাত কাহিনীৰ এককত্ব ৰক্ষা কৰি সাহিত্যিক সৌন্দৰ্য সৃষ্টি কৰাত কাব্যখনৰ অলঙ্কাৰ পূৰ্ণ তথা শক্তিশালী বৰ্ণনাই সুন্দৰ বৰঙণি আগবঢ়াইছে। কাব্যখনৰ প্ৰথমভাগতে কাহিনী প্ৰৱাহৰ লগত খাপ খোৱাকৈ কবিয়ে বলিৰ স্বৰ্গ অভিযানৰ সময়ত সহৃদয় পাঠক শ্ৰোতাৰ আগত উপযুক্ত স্থানত উপযুক্ত শব্দৰ ব্যৱহাৰেৰে অমৰৱতীৰ বৰ্ণনা চিত্ৰবৎ কৰি তুলিছে। ইন্দ্ৰ সহিতে দেৱতাসকলৰ প্ৰমোদকানন, অপূৰ্বসুন্দৰ "অমৰাৱতী" নামৰ সাৰ্থকতা প্ৰদান কৰাত সহায় কৰিছে ইয়াৰ বৰ্ণনাই। যথা—

নানা ৰত্নময় যত গৃহচয়
শাৰী শাৰী কৰে কান্তি।
নাহি দিনৰাতি যেন জ্বলে আতি
চন্দ্ৰ আদিত্যৰ পান্তি।।
প্ৰৱাল বাখৰ স্ফটিকৰ ঘৰ
মৰকতে কামি তাৰ।
বিশ্বকৰ্মা হৰি কাটিলা জিঞ্জিৰি

এই বিচিত্ৰৰূপৰ অমৰাৱতীৰ শোভা বৰ্ধনত ইন্ধন যোগাইছে প্ৰকৃতিৰ বিচিত্ৰ সম্ভাৰে।

দিব্য উপবন ইন্দ্ৰৰ নন্দন
প্ৰকাশে তাহাৰ কাছে।
নানা বৃক্ষ জাতি পুষ্প গন্ধে আতি
আমোদ কৰন্তে আছে।।
প্ৰমত্ত ভ্ৰমৰে বেঢ়িয়া গুঞ্জৰে
বহে সুবাসিত ৰাৱ।
যত দিব্য পক্ষী পুষ্প মধুভক্ষি
তেজে সুললিত ৰাৱ।।

ইন্দ্ৰৰ অমৰাৱতীৰ দৰে দৈত্যৰাজ বলিৰ নতুন বাসস্থান সুতলপুৰৰ এক চিত্ত চমৎকাৰী চিত্ৰ কবিয়ে বৰ্ণনাৰ মাজেৰে মূৰ্ত কৰি তুলিছে।

সুতল পুৰত গৈয়া প্ৰবেশিলা পাছে।
দেখিলন্ত দিব্য পুৰী প্ৰকাশন্তে আছে।।
দিব্যৰত্ন জ্যোতিয়ে স্বৰ্গতো কৰি বলে।
নানাবিধ গৃহ চন্দ্ৰ সূৰ্য্য সমজ্বলে।।
সুবৰ্ণৰ কাঠি কামি ৰজত ৰুৱলি।
চিকিমিকি কৰে শুদ্ধ সুবৰ্ণ মাৰলী।।
স্ফটিকৰ স্তম্ভ বৈদুৰ্য্যৰ দিলা বাৰ।
পদ্মৰাগে গান্থি আছে কপাট দুৱাৰ।।

++ ++ ++

পাৰে পাৰে দিব্য পুষ্পগণ অসংখ্যাত।
মন্দাৰ মল্লিকা কল্পতৰু পাৰিজাত।।
বলয় আকাৰ কৰি প্ৰতি গাছে গাছে।
সুবৰ্ণ মানিকে খচিত ভিণ্ডি বান্ধি আছে।।
পুষ্পৰ সুৰভি আমোদিত আতি কৰে।
মধুপানে মত্ত হুয়া ভ্ৰমৰে গুঞ্জৰে।।
দিব্য পক্ষীগণে তেজে সুললিত ৰাৱ।
সৰ্বকালে বসন্ত মলয় বহে বাৱ।।

কাব্যখনত প্ৰকাশ পোৱা ভগৱান বিষ্ণুৰ ভুবন ভুলোৱা ৰূপৰ এক সম্যক ছবি কবিয়ে বৰ্ণনাৰ মাজেৰে প্ৰকট কৰি তুলিবলৈ সক্ষম হৈছে।

মেঘ সম শ্যাম তনুঅনুপাম
পীতবস্ত্ৰে আছে ৰঞ্জি।
পাপ বিমোচন আয়ত লোচন
শোভে কমলক গঞ্জি।।
নাসা তিলফুল অধৰ ৰাতুল
ৰত্নে যেন আছে গঢ়ি।
সংসাৰ মোহন হাস্য দৰশন
দন্ত পান্তি কুন্দকড়ি।।

কাব্যখনত দৈত্য আৰু বিষ্ণু পাৰিষদসকলৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনা এক সজীৱ ৰূপত প্ৰকাশ পাইছে। এই বৰ্ণনাৰ মাজেৰে কবিয়ে তুমুল সংঘৰ্ষৰ ভয়াবহতাৰ ছবি মূৰ্ত কৰি তুলিবলৈ সক্ষম হৈছে। কাব্যখনৰ মূল চৰিত্ৰ বলিৰ মহত্ব, ঔদাৰ্য, বিষ্ণুভক্তি আদি গুণসমূহেৰে তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্যসমূহো বৰ্ণনা বৈচিত্ৰ্যৰ মাজেৰে সঠিকভাৱে প্ৰকাশ পাইছে বুলি ক'ব লাগিব।

বলিছলন কাব্যখনৰ কাহিনীভাগক পদ, দুলড়ী, ছবি আৰু ঝুমুৰি ছন্দৰ

সুপ্ৰয়োগেৰে বিবৃত কৰা হৈছে। ইয়াৰ লগতে ইয়াত উদ্ভৱ হোৱা অনুপ্ৰাস, উপমা, ৰূপক, অতিশয়োক্তি, নিন্দা, প্ৰতীপ, আদি শব্দালংকাৰ আৰু অৰ্থালংকাৰ আৰু অসমীয়া যোজনা পটন্তৰ, বাদ্যযন্ত্ৰ, সুমিষ্ট আহাৰ প্ৰভৃতি সংস্কৃতিৰ বিভিন্ন উপাদানৰ বৰ্ণনাই সাহিত্যিক সৌন্দৰ্য সৃষ্টি কৰি বলিছলনক প্ৰোজ্জল কৰি তুলিছে। এই প্ৰসংগতে উল্লিখিত অলঙ্কাৰসমূহৰ দুই এটাৰ নিদৰ্শন দাঙি ধৰিব পাৰি।

(ক) অনুপ্ৰাস ঃ (১) ললিত বলিত অঙ্গ সৰ্ব্ব সুকুমাৰ।
(২) তালজঙঘ প্ৰজঙ্গ সুঘোষ মেঘ বৰ্ণ।
মধুমুৰ ময় মন্দমতি মহাকৰ্ণ।।

(খ) উপমা, অতিশয়োক্তিঃ (১) দেৱদত্ত ৰথত প্ৰকাশে দৈত্যৰাজ।
জ্বলন্তে আছয়ে যেন বহ্নিকুণ্ড মাজ।।
প্ৰচণ্ড সূৰ্য্যক যেন চাহন নযায়।
(২) কাল মেঘ দল যেন গগণ মণ্ডলে।।
দেখন্তে মিলে সন্তোষ।
চৰণ কমল আতি সুকোমল
জ্বলে যেন পদ্মশেষ।।

(ঘ) যোজনা পটন্তৰ ঃ (১) মই অগনিক কি কৰিবে দৈত্যতৃণে
সিংহক জোঙ্কাইতে পাৰে যে হৰিণে।
(২) তুমি কাল নদীত জগত ভাসি যায়।
যেন জল বেগে নেই জাজিক উটাই।।

(ঙ) বাদ্যযন্ত্ৰ ঃ শুনি ঠাৱে ঠাৱে দুন্দুভি বজাৱে
তবল মাদল ঢোল
কহাৰি মহৰি কৰতাল ভেৰি
গোমুখ শঙ্খৰ বোল।।

(চ) সুমিষ্ট আহাৰ ঃ ইক্ষু চিৰা আখৈ কল দিবাবহুবিধ ফল
দধি দুগ্ধ ঘৃতৰ সন্দেশ।।
পিঠা পৰমান্ন চেনি ইত্যাদি।

সাহিত্যিক সৌন্দৰ্য সৃষ্টিৰ প্ৰধান উপাদানসমূহৰ ভিতৰত ৰসো অন্যতম্। বলিছলনত বীৰ, ৰৌদ, আদি ৰসৰ সমাবেশ ঘটিলেও ইয়াৰ প্ৰধান ৰস হৈছে শান্ত। কাব্যখনৰ আৰম্ভৰপৰা শেষলৈ শান্ত ৰসেই প্ৰাধান্য বিস্তাৰ কৰিছে বুলি ক'ব লাগিব। অৱশ্যে শান্ত ৰসৰ অন্তৰ্ভুক্ত কৰিব পৰা ভক্তিৰস কৃষ্ণস্তুতিমূলক বৰ্ণনাৰ মাজেৰে সৃষ্টি হৈছে বুলি ক'ব পাৰি। বলিছলন কাব্য ৰচনা কৰাৰ মূল উদ্দেশ্য ভক্তিবাদ প্ৰকাশ কৰা হ'লেও সাহিত্যিক দৃষ্টিভংগীৰে বিচাৰ কৰিলে ইয়াৰ সুসংহত কাহিনী আৰু সাহিত্যিক সৌন্দৰ্য সৃষ্টিৰে কাব্যখন উচ্চমানবিশিষ্ট হৈছে বুলি ক'ব পাৰি।

# বেদান্ত দৰ্শনৰ প্ৰভাৱ

শঙ্কৰদেৱৰ সাহিত্যত বেদান্ত দৰ্শনৰ প্ৰভাব পৰা সম্পৰ্কে আলোচনা কৰাৰ প্ৰাক্ মুহূৰ্তত বেদান্ত দৰ্শনৰ বিষয়ে সাধাৰণ আভাস দিব বিচৰা হৈছে। ভাৰতীয় দৰ্শনক মূলতঃ দুইভাগত ভগোৱা হৈছে। (ক) আস্তিক আৰু (খ) নাস্তিক। ভাৰতীয় বেদৰ প্ৰামাণ্য স্বীকাৰ কৰা আৰু মানুহৰ মৃত্যুৰ পিছৰ জীৱন বিশ্বাস কৰাকে আস্তিক আৰু ইয়াৰ বিপৰীতে বেদৰ প্ৰামাণ্য আৰু মৃত্যুৰ পিছৰ জীৱন বিশ্বাস নকৰাকে নাস্তিক বোলে। আস্তিক দৰ্শনসমূহ বেদৰ কৰ্মকাণ্ড আৰু জ্ঞানকাণ্ডক অৱলম্বন কৰি উঠিছে আৰু তাৰ পৰাই ক্ৰমবিকাশ ঘটিছে।

মীমাংসা, বেদান্ত, সাংখ্য, যোগ, ন্যায় আৰু বৈশেষিক এই ছয় দৰ্শনকে আস্তিক দৰ্শন বোলা হয়। বেদান্ত দৰ্শন বেদৰ জ্ঞান কাণ্ডক ভিত্তি কৰি গঢ়ি উঠিছে আৰু উপনিষদৰ শিক্ষাই হৈছে ইয়াৰ বুনিয়াদ। বাদৰায়নে তেওঁৰ 'ব্ৰহ্মসূত্ৰ'ত উপনিষদৰ শিক্ষাক বিশেষৰূপে উপস্থাপন কৰিছে। 'বাদৰায়ন' মহৰ্ষি বেদব্যাসৰে এটি নাম। বেদান্ত দৰ্শনৰ মূলকথা এই ব্ৰহ্মসূত্ৰত উপস্থাপন কৰা হৈছে। আৰু পৰৱৰ্তী কালত ব্ৰহ্মসূত্ৰৰ কথাসমূহ টীকা ভাষ্য আৰু ব্যাখ্যাৰ দ্বাৰা সুপ্ৰতিষ্ঠিত কৰাৰ বাবে প্ৰচেষ্টা চলোৱা হৈছে। বেদান্ত দৰ্শনত ঈশ্বৰ (ব্ৰহ্ম) জগৎ আৰু জীৱ সম্পৰ্কে আলোচনা কৰা হৈছে আৰু বিভিন্ন জনে নিজৰ মত অনুসাৰে বিভিন্ন ব্যাখ্যা দাঙি ধৰিছে। সেইসকলৰ ভিতৰত উল্লেখযোগ্য ব্যক্তিকেইগৰাকীমান হ'ল শঙ্কৰাচাৰ্য, ৰামানুজাচাৰ্য, মধ্বা-চাৰ্য, নিম্বাৰ্কাচাৰ্য আৰু বল্লভাচাৰ্য।

অদ্বৈতবাদৰ প্ৰতিষ্ঠাপক খৃঃ ৭৮৮-৮২০ চনত দক্ষিণ ভাৰতত জন্ম লাভ কৰা শঙ্কৰাচাৰ্যই ওপৰত উল্লিখিত ব্ৰহ্মসূত্ৰৰ ব্যাখ্যা দাঙি ধৰি ভাৰতীয় জীৱনক প্ৰভূত প্ৰভাৱিত কৰিছে। ব্ৰহ্মসূত্ৰৰ অন্য এটি নাম বেদান্ত সূত্ৰ। শঙ্কৰাচাৰ্যই ব্ৰহ্মসূত্ৰ, উপনিষদ আৰু গীতাৰ নতুন ভাষ্য ৰচনা কৰে। তেওঁৰ অদ্বৈত মত অনুসৰি ব্ৰহ্ম আৰু জীৱৰ মাজত কোনো পাৰ্থক্য নাই। জীৱই মায়া বা অবিদ্যা বা অজ্ঞানতাৰ দ্বাৰা আবদ্ধ হৈ থকাৰ কাৰণে জীৱ সংসাৰ আৰু ব্ৰহ্মৰ মাজত পাৰ্থক্য দেখিবলৈ পায়। প্ৰকৃত জ্ঞান লাভৰ দ্বাৰা সেই মায়াজাল নোহোৱা হয়। ঋকবেদৰ এটা মন্ত্ৰত কোৱা হৈছে যে পুৰুষ (ব্ৰহ্ম) বিশ্বজগতৰ অণু-পৰমাণুত নিজকে পৰিব্যাপ্ত কৰিও অতিৰিক্তভাৱে আছে। 'সহস্ৰ শীৰ্ষা পুৰুষঃ সহস্ৰাক্ষঃ

সহস্রপাৎ। স ভূমিং বিশ্বতো বৃত্বা অত্যাতিষ্ঠদ্দশ।পু.।ন্।।" ব্রহ্মাণ্ডৰ চেতন-অচেতন সকলোৱেই সেই পুৰুষৰ পৰা উদ্ভূত। "তৎ ত্বম অসি" উক্তিটোৱে ব্রহ্ম আৰু জীৱৰ একৰূপতা প্রকাশ কৰে। এই একত্ব উপলব্ধিয়েই মুক্তি। মানুহৰ অবিদ্যাৰ কাৰণে জৰিক সাপ বুলি ভ্রম কৰাৰ দৰে জীৱৰ সৈতে জগতখনকো সঁচা বুলি অথবা ব্রহ্মৰ বাহিৰত স্বকীয় অস্তিত্ব থকা বুলি ভাবে। অবিদ্যা বা অজ্ঞানতা দূৰ হ'লে নির্গুণ ব্রহ্মৰ জ্ঞান হয়। তেতিয়া ঈশ্বৰ বা ব্রহ্মাই সকলো আৰু একমাত্র সত্য বুলি ভাব হয়। নির্গুণ ব্রহ্মৰ জ্ঞান হ'লে জীৱ আৰু ব্রহ্মৰ মাজত কোনো প্রভেদ নাথাকে। তেতিয়া "সোহ হং" (ময়েই ব্রহ্ম) ভাব জন্মে। শঙ্কৰাচার্যৰ আবির্ভাৱ আৰু তেওঁৰ বেদান্ত সূত্রই ভাৰতবর্ষৰ আধ্যাত্মিক জীৱনক এক নতুন শক্তি দান কৰিলে আৰু বেদ বিৰোধী মতবোৰৰ গতিৰোধ হ'ল। কিন্তু তথাপি উপাসনাৰ ক্ষেত্রত ভাৰতীয় জনমানসক অদ্বৈতবাদে ভালদৰে স্পর্শ কৰিব নোৱাৰিলে।

শঙ্কৰাচার্যৰ অদ্বৈতবাদৰ পিছত মাদ্রাজ (চেন্নাই) প্রদেশত ১০১৭ চনত জন্মলাভ কৰা ৰামানুজাচার্যই বিশিষ্টাদ্বৈতবাদ প্রৱর্তন আৰু প্রচাৰ কৰে। বিশিষ্টাদ্বৈতবাদৰ মতে জীৱ ব্রহ্মৰ প্রতিবিম্ব নহয় নাইবা জীৱ নিত্যমুক্তও নহয়। জুই আৰু জুইৰ ফিৰিঙতিৰ মাজত যি সম্পর্ক ব্রহ্ম আৰু জীৱৰ মাজতো সেয়ে সম্পর্ক। অর্থাৎ জীৱ ব্রহ্মৰ অংশ। জীৱ হ'ল অণু, ব্রহ্ম হ'ল বিৰাট। ৰামানুজাচার্যৰ মতে সৎ ব্রহ্মৰ দ্বাৰা সৃষ্ট জগতো সত্য। কিন্তু তথাপি ব্রহ্ম আৰু জীৱৰ সৈতে জগতৰ পার্থক্য আছে। মকৰাই যেনেকৈ নিজৰ শৰীৰৰ পৰা আঠা উলিয়াই মকৰাজালৰ সৃষ্টি কৰিলেও জালখনত আবদ্ধ নহৈ তাৰ ওপৰত মুক্তভাবে থাকে তেনেকৈ ব্রহ্মও নিত্যমুক্ত, জগতত আবদ্ধ হৈ নাথাকে। জগতৰ আদি, মধ্য আৰু অন্ত আছে। ঈশ্বৰৰ কিন্তু নাই। তেওঁ ত্রিসত্য। তেওঁ গুণাতীত। সত্ব, তম আৰু ৰজ গুণৰ বাহিৰত। ভগৱান সর্বজ্ঞ, সর্বশক্তিমান। শঙ্কৰাচার্যৰ মতে ব্রহ্ম নির্গুণ হ'লেও, ৰামানুজাচার্যৰ মতে ব্রহ্ম সগুণ, সবিশেষ। কাৰণ তেওঁৰ দ্বাৰা সৃষ্ট জগতৰ বিভিন্ন বস্তুৰ মাজেৰে তেওঁ পৰিব্যাপ্ত হৈছে। শঙ্কৰাচার্যৰ মতে জ্ঞানৰ দ্বাৰা অবিদ্যা নাশ হয়; জীৱৰ মুক্তি লাভ হয়। আৰু ৰামানুজাচার্যৰ মতে ভক্তিয়ে হৈছে মায়া তাৰণৰ উপায়; মুক্তি লাভৰ পথ।

ৰামানুজাচার্যৰ পিছত ১১৯৭ চনত কর্ণাটকত জন্ম লাভ কৰা মধ্বাচার্যই 'দ্বৈতমত' প্রতিষ্ঠা কৰে। এই মত অনুসৰি পৰমাত্মা হৈছে সাক্ষাত বিষ্ণু। তেওঁ অনন্ত; তেওঁ উৎপত্তি, স্থিতি, সংহাৰ, বন্ধন, মোক্ষ আদিৰ অধিকর্তা। জ্ঞান আনন্দ আদি তেওঁৰ গুণ। তেওঁ এক হৈও নানা ৰূপ ধাৰণ কৰে। তেওঁ অদ্বিতীয়, সর্ব স্বতন্ত্র কিন্তু জীৱ স্বতন্ত্র নহয়। তেওঁৰ মূল ৰূপ আৰু অৱতাৰ ধাৰণ কৰা

ৰূপৰ মাজত কোনো পাৰ্থক্য নাই। মধ্বচাৰ্যৰ মতে অনুসৰি মুক্তিপ্ৰাপ্তিৰ সাধন হৈছে অমলা বা অহৈতুকী ভক্তি।

কৰ্ণাটকত দ্বাদশ শতিকাত জন্ম লাভ কৰা নিম্বাৰ্কাচাৰ্যই দ্বৈতাদ্বৈত অথবা ভেদাভেদ মত প্ৰতিষ্ঠা কৰে। এই মত অনুসৰি জীৱ জগত আৰু ঈশ্বৰ ভিন্ন হ'লেও জীৱ আৰু জগতৰ কাৰ্য আৰু অস্তিত্ব ঈশ্বৰৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। জীৱাত্মা অৱস্থা ভেদে ব্ৰহ্মৰ সৈতে ভিন্নও অভিন্নও। জীৱ আৰু ঈশ্বৰৰ সম্পৰ্ক শক্তি আৰু শক্তিমান। ব্ৰহ্মাই নিজকে অবিকৃত, অবিভক্তৰূপে ৰাখিও নানা ৰূপাত্মক পদাৰ্থত উৎপন্ন কৰি আনন্দ উপভোগ কৰিব পাৰে। ব্ৰহ্ম অদ্বৈত অবিভক্ত নিৰ্বিকাৰ। জীৱাত্মা মায়াৰ দ্বাৰা বদ্ধ আৰু তিনি গুণৰ অধীন। জীৱাত্মা বিভিন্ন শৰীৰত পৃথক পৃথক।

ওপৰত অদ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ, দ্বৈতবাদ আৰু দ্বৈতাদ্বৈতবাদ সম্পৰ্কে কৰা চমু আলোচনাৰ পৰা প্ৰতীয়মান কৰিব পাৰি যে সামান্য কিবা অমিল থাকিলেও দ্বৈতবাদ আৰু দ্বৈতাদ্বৈতবাদকো বিশিষ্টাদ্বৈতবাদৰ সৈতে একীভূত কৰিব পাৰি। গতিকে বেদান্ত দৰ্শনৰ সূত্ৰক দুটা মূলত ভগাব পাৰি। প্ৰথমটো হৈছে জগত আৰু ঈশ্বৰৰ মাজত কোনো পাৰ্থক্য নৰাখি নিৰ্গুণ, নিৰাকাৰ, নিৰ্বিশেষ আৰু নিৰুপাধি ব্ৰহ্মৰ কথা চিন্তা কৰা অদ্বৈতবাদী মত আৰু দ্বিতীয়টো হৈছে জগত জীৱ আৰু ঈশ্বৰৰ মাজত পাৰ্থক্য ৰাখি সগুণ, সাকাৰ, সবিশেষ ব্ৰহ্মৰ কথা চিন্তা কৰা বিশিষ্টাদ্বৈতবাদী মত। মূলতঃ ব্ৰহ্ম নিৰ্গুণ নিৰাকাৰ হ'লেও ভক্তি বা উপাসনাৰ কাৰণে সগুণ সাকাৰ ব্ৰহ্মৰহে প্ৰয়োজন। কিয়নো সাধাৰণ ভক্তই নিৰ্গুণ নিৰাকাৰ ব্ৰহ্মক চিন্তা কৰা বা মনলৈ অনা কঠিন কাম। ভক্তিৰ শেষ স্তৰ বা পৰা ভক্তিৰ বাবেহে নিৰ্গুণ, নিৰাকাৰ ব্ৰহ্ম উপযুক্ত।

এই প্ৰসংগতে উনুকিয়াই থোৱাটো ভাল হ'ব যে শঙ্কৰদেৱৰ কোনো নিৰ্দিষ্ট দাৰ্শনিক মতবাদ প্ৰচাৰ কৰা উদ্দেশ্য নাছিল; মূলতঃ বৈষ্ণৱ ভক্তি ধৰ্ম প্ৰচাৰ কৰাহে উদ্দেশ্য আছিল। কিন্তু ভক্তিতত্ত্বৰ সৈতে দাৰ্শনিক তত্ত্বৰ ওতঃপ্ৰোত সম্পৰ্ক। ভক্তি প্ৰকাশক আখ্যান বা কথাৰ মাজেৰে দাৰ্শনিক মতবাদেই প্ৰকাশ পায়। আৰু সেই দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে শঙ্কৰদেৱো দাৰ্শনিক আছিল। মূলতঃ শঙ্কৰদেৱ অদ্বৈতবাদী আছিল বুলি ক'ব পাৰি। ইয়াৰ কাৰণ সম্পৰ্কে আলোচনা কৰিলে প্ৰধানকৈ দুই ধৰণৰ প্ৰভাৱ মহাপুৰুষজনাৰ ওপৰত পৰিছিল বুলি ক'ব পাৰি। এই সম্পৰ্কে অসমৰ নৱবৈষ্ণৱ ভক্তি মাৰ্গৰ বৈশিষ্ট্যৰ বিষয়ে আলোচনা কৰা প্ৰসংগতে উল্লেখ কৰা হৈছে যে শঙ্কৰদেৱৰ লিখনিসমূহৰ প্ৰধান আধাৰ গ্ৰন্থ হৈছে ভাগৱত পুৰাণ। ভাগৱত পুৰাণত পৰোক্ষভাৱে অদ্বৈতবাদৰ প্ৰভাৱ পৰিছে। শঙ্কৰদেৱে মূল ভাগৱতৰ শ্লোক অসমীয়ালৈ অনুবাদ কৰাত

শ্ৰীধৰস্বামীপাদৰ প্ৰভাৱ পৰিছে। ভক্তি-ৰত্নাকৰ, নিমি নৱসিদ্ধ সংবাদ আদি ৰচনা কৰাত শ্ৰীধৰ স্বামীৰ টীকাৰহে সহায় লৈছিল। শ্ৰীধৰ স্বামী হৈছে অদ্বৈতবাদ প্ৰতিষ্ঠাপক শঙ্কৰাচাৰ্য পন্থী লোক। শঙ্কৰাচাৰ্যী সম্প্ৰদায়ৰ লোক হিচাবে শ্ৰীধৰস্বামীৰ ভাগৱত ব্যাখ্যা অদ্বৈতবাদী হ'ল আৰু ভাগৱত পুৰাণখনতেই অদ্বৈতবাদী ভংগী থকা বাবে তেওঁৰ টীকাখনিয়েই বেছি সমাদৃত হ'ল। শ্ৰীধৰী টীকাত অদ্বৈতবাদৰ কঠোৰতা ভক্তিবাদৰ ৰসেৰে কোমল কৰি তোলা হৈছে। আৰু হয়তো সেইকাৰণে অদ্বৈতবাদ মিশ্ৰিত ভক্তিবাদৰ প্ৰভাৱ শঙ্কৰদেৱৰ ওপৰত পৰিছিল। অৱশ্যে সকলো ক্ষেত্ৰতে মহাপুৰুষজনাই শ্ৰীধৰক অনুসৰণ কৰা নাছিল।

কিন্তু ভক্তিমাৰ্গৰ সৈতে অদ্বৈতবাদতকৈও বিশিষ্টাদ্বৈতবাদ আৰু দ্বৈতবাদ বিশেষভাৱে সম্পৃক্ত হৈ আছে। কিয়নো অদ্বৈতবাদৰ মতে জ্ঞানৰ দ্বাৰাহে অবিদ্যা বা মায়া নাশ হয়। কিন্তু বিশিষ্টাদ্বৈতবাদৰ মতে ভক্তিহে মায়াতাৰণ অথবা মুক্তি লাভৰ উপায়। ৰামানুজাচাৰ্যই একমাত্ৰ বিষ্ণুৰ আৰাধনাৰ ওপৰতহে গুৰুত্ব দিছে। ভগৱানৰ কৃপা শৰণাগতিৰ দ্বাৰাহে সম্ভৱ। গতিকে সগুণ, সবিশেষ সাকাৰ ব্ৰহ্মৰ উপাসক ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ প্ৰভাৱো শঙ্কৰদেৱৰ লিখনিৰ ওপৰত পৰিছিল আৰু ইয়াৰ লগতে দ্বৈতবাদৰ ৰেঙণিও দেখিবলৈ পোৱা যায় যদিও ইয়াক বিশিষ্টাদ্বৈতবাদৰ সৈতে সম্পৃক্ত কৰিব পাৰি।

ওপৰত উল্লেখ কৰা মতবাদসমূহ যিবোৰ বৰ্ণনাৰ মাজেৰে প্ৰকাশ পাইছে সেইবোৰৰ দুই চাৰিটা উদাহৰণ হিচাবে তলত উদ্ধৃত কৰিব বিচৰা হৈছে।

**অদ্বৈতবাদ ঃ**

হেনয় সংসাৰ বৃক্ষ তোমাতেসে উপজয়
মহাজ্ঞানী গণে আক জানে।
মায়ায়ে মোহিত মন যিটো অপণ্ডিত গণ
তোমাক বিবিধ কৰি মানে।।

[দেৱতাৰ কৃষ্ণস্তুতি; দশম]

তুমি প্ৰিয়তম জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।।
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুৱৰ্ণ-কুণ্ডলে যেন নুহিকে অন্তৰ।।

++ ++

তুমিসে কেৱলে সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান।।

[হৰমোহন-কীৰ্ত্তন-ঘোষা]

তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ-পদ
তাতে মোৰ মগ্ন হৌক চিত্ত।
ভৈলোহো দাসৰো দাস জানি আৱে নৰহৰি
আমাক নেৰিবা কদাচিত।।
মুকুট কুণ্ডল যেন সুৱৰ্ণৰ ভিন্ন নুহি
মিছা মাত্ৰ নামৰূপ যত।
অহঙ্কাৰ পঞ্চভূত তোমাত পৃথক নুহি
প্ৰভু পৰমাৰ্থ বিচাৰত।।

[বেদস্তুতি; কীৰ্ত্তন-ঘোষা]

প্ৰণামো তোমাক প্ৰভু তুমি নিত্য জ্ঞান।
সমস্তৰে আত্মা তুমি সাক্ষী সৰ্ব্বজান।।
যত সুৰাসুৰ নৰ স্থাৱৰ জঙ্গম।
প্ৰৱৰ্ত্তয় তোমাৰেসে মায়াৰ পথত।।

[অক্ৰূৰৰ শ্ৰীকৃষ্ণ স্তৱঃ দশম]

সমস্ত প্ৰাণীক ব্যাপি আছোহো অনন্ত।
বাহিৰে ভিতৰে সমস্ততে ভগৱন্ত।।
যেন ঘটসব মাটি মাত্ৰ বিচাৰত।
সেহিমতে ব্যাপি আছোঁ এহি ত্ৰিজগত।।

[কুৰুক্ষেত্ৰ]

ওপৰত উল্লিখিত উদ্ধৃতবোৰৰ মাজেৰে একমেব দ্বিতীয় নাস্তি প্ৰকাশ পাইছে। একমাত্ৰ ব্ৰহ্মাই সত্য। ব্ৰহ্মাকে অবিদ্যা বা মায়াৰ কাৰণে জগত, জীৱ, ইত্যাদি বিভিন্ন ৰূপত দেখিবলৈ পোৱা গৈছে।

**বিশিষ্টাদ্বৈতবাদ ঃ**

খণ্ডিবাক লাগি পৃথিৱীৰ মহাভাৰ।
দৈৱকীৰ গৰ্ভে আসি ভৈলা অৱতাৰ।।
দুষ্ট ৰাজাগণক মাৰিলা কৰি লীলা।
সন্তক ৰাখিলা প্ৰভু ধৰ্ম্মক স্থাপিলা।।

[শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ ঃ কীৰ্ত্তন-ঘোষা]

সংহাৰিবা হৰি পৃথিৱীৰ মহাভাৰ।
তুমি সবো হোৱা যদুকুলে অৱতাৰ।।
বসুদেৱ গৃহত সাক্ষাতে নাৰায়ণ।
উপজিবা অৱশ্যে শুনিয়া দেৱগণ।।